# শিল মাটিৰ গান

বিৰূপাক্ষ



সংকলন প্ৰকাশন
ডিব্ৰুগড়

প্ৰকাশক :
শ্ৰীজ্যোতিৰ্ময় গোস্বামী
সংকলন প্ৰকাশন
দিচপুৰ, গুৱাহাটী-৫

প্ৰথম প্ৰকাশ : জানুৱাৰী ১৯৮৮ চন

বেতুপাটৰ শিল্পী : শ্ৰীটিবেন্দ্ৰজিৎ শইকীয়া

মূল্য ঃ ১৫'০০ টকা

মুদ্ৰক :
ভাস্কৰ প্ৰিণ্টাৰ্ছ
দিচপুৰ, কছাৰীবস্তি
গুৱাহাটী-৭৮১০০৫

নানাবিধ ব্যাধি জৰা দুঃখে শোকে পীড় ।
কৰ্ম্মপাশে বন্দী ভৈলো লোভে মোহে নৌড় ॥
সংসাৰ সাগৰে জন্ম বিষয়ৰ ক্লেশ ।
ইন্দ্ৰিয় আবৰ্ত্ত গ্ৰাহ ভৈল ৰাগ দ্বেষ ॥
শোক তৃষ্ণা উৰ্ম্মিক দেখন্তে চমৎকাৰ ।
অত্যন্ত চঞ্চল অনুমাত্ৰ নুহি সাৰ ॥

-মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ

# এক

অৱশেষত বেনুৰ ট্ৰাক আহি সেই অকলশৰীয়া নিৰ্জান নদীখনৰ পাৰত ৰ'লহি। বেলি তেতিয়া পশ্চিমলৈ বহি গৈছে। ট্ৰাকৰ পৰা নামি হৰিশে এবাৰ চাৰিওপিনে চকু ফুৰাই চালে। এয়ে খান্দাজান— কেইটামান নিমাও-মাও পাহাৰ। সমুখৰ নদীখনৰ পাৰত এটা সৰু ঘৰ— লগতে লগালগিকৈ আৰু দুটা ঘৰ। এয়ে খান্দাজান শিলকুৱেৰী। মেলেৰীয়া মহৰ উৎপাত—লোকজন নাই- সমাজ নাই। মাথো শিল আৰু জীৱন। অ' এই কাৰণেই ইয়ালৈ কোনো নাহে। অ'ৰু সেই কাৰণেই আজি সি ইয়ালৈ আহিব লগা হৈছে। পিতৃহাৰা হৰিশ দাস। সি ভাবিলে, ঘৰত মাটিবাৰী এসোপা থাকিলে সি এইদৰে চাকৰি কৰি নাথাকিলহেঁতেন। সেই মাটি-বাৰীবেই চলাই সি পৰিয়ালটোক পোহপাল দিলেহেঁতেন। কিন্তু তাৰ মধ্যবিত্তৰ জীৱন সংগ্ৰাম। জিৰণি নাই- এক অৱসাদগ্ৰস্ত মন লৈ হ'লেও সি যুদ্ধ কৰিব লাগিব- অবিৰত। গিৰিবালা চৌধুৰীৰ কবিতাত কোৱাৰ দৰে—এক শৰবিদ্ধ হৰিণ সি। ব্যাধৰ শেল বুকুত লৈ সি দৌৰি আছে, দৌৰি আছে, জীৱন যন্ত্ৰ বন্ধ নোহোৱালৈকে।

'নমস্কাৰ চাৰ'—

'কোন আপুনি?'

'মই এই কুৱেৰীৰ এচ এ' চাৰ। মোৰ নাম জীৱন দাস।'

"'দাসবাবু' বেনুৱে ট্ৰাকৰ পৰা মাত দিলে। লেবাৰ কেইটা'দি চাহাবৰ বস্তুবোৰ নমাই দিয়ক, পাৰিলে আজিয়েই উভতিম।"

'হ'ব বাক'—জীৱন দাসে ঘূৰি বেঙ্গুলৈ • চাই ক'লে, 'মই লেবাৰ কেইটাক মাতি দিম। তাৰ আগতে আহক চাৰ মোৰ ঘৰত চাহ একাপ খাই লওকহি।'

হৰিশ জীৱন দাসৰ ঘৰলৈ আগবাঢ়িল।

দাসৰ সৰু ঘৰ, মাথো তিনিটা কোঠা। তাতে তিনিটা ল'ৰা-ছোৱালীৰে সৈতে দাস থাকে। শুধি গম পালো যে আজি তিনিবছৰে দাস তাতেই আছে।

'আপুনি ইয়াৰ পৰা ওলাই যাবলৈ চেষ্টা কৰা নাই কিয় ?'

'চেষ্টাতো কৰিয়েই আছো, চাৰ। কিন্তু নহ'লে কি কৰিম ?'

দাসে এক নিৰাশ মনেৰে ক'লে 'ইয়াতেই মোৰ ডাঙৰ লৰাটো চেৰিব্ৰেল মেলেৰীয়া হৈ মৰিল !'

দাসৰ ঘৰত চাহ খাই আহি তাৰ ঘৰ পায়মানে সন্ধিয়া হৈছেগৈ। বেঙ্গু আৰু সকলোৱে মিলি বস্তু-বাহানিবোৰ প্ৰায় শুমুৱাইছে—বিচনা পত্ৰও পৰি আছে। বেঙ্গুৰ পিচে যোৱা নহ'ল। এই ৰাতিখন গিয়াৰ শ্লিপ কৰা ট্ৰাকেৰে এই ত্ৰিশ মাইল পথ যাবলৈ সি সাহস নকৰিলে। সিহঁতে বাহিৰতে একুৰা ডাঙৰ জুই ধৰি খিচিৰি বহাই দিছে—ৰান্ধনী ভোটোক।

'পিচে কাপোৰ-কানিতো তহঁতে নানিলি বেঙ্গু ? ৰাতি কেনেকৈ কটাবি ?'

'হৰ চাৰ—ধানখেৰ যোগাৰ কৰিছো। তাতে মহৰী বাবুৱে অ'ৰ ত'ৰ পৰা দুই এখন যোগাৰ কৰি দিম বুলি কৈছে। এটা ৰাতিহে—কাটি যাব।'

অলপ সময় জুইৰ কাষত ঠিয় হৈ সি ঘৰ সোমালহি। টেবুলত কমাই ৰখা লেমটো বঢ়াই দি সি চাৰিওফালে এবাৰ চাই ল'লে। কি এটা আচহুৱা পৰিবেশ ! এটা জনপ্ৰাণীৰ শব্দ নাই। আজি হয়তো বেঙ্গুহঁত আছে বুলি সি একো অনুভৱ কৰা নাই। কিন্তু কাইলৈ

যেতিয়া বেনুহঁত গুচি যাব, তেতিয়া তাৰ কি হ'ব? কুমেৰীৰ বন্ধুবৰ্গহঁত থাকে অলপ দূৰত।

এইখিনিতে মাত্র সি, জীৱন দাস আৰু খালাচী প্রবীন কলিতা। হস্পিটেলৰ সেই এটা হুলস্থূলীয়া পৰিবেশৰ পৰা আহি এই নিমাও-মাও অৱস্থা তাৰ পক্ষে অসহ্য। নাথাকে সি ইয়াত। সি ছুটি লব— দীঘলীয়া ছুটি।

## দুই

খান্দাজানত প্রথম প্রভাত।

কালি ৰাতি দাসৰ ঘৰত ভাত খাই আহোঁতে তাৰ দেৰি হ'ল। ভাত খাই শেতেলী লওঁতে আৰু বেলি। ৰাতি তাৰ ভালদৰে টোপনি নহ'ল। মাজতে মাজনিশা এখন হৈ হুলস্থুল। টিং কোবোৱা জুই লৈ খেদা আৰু এক বিৰাট চিঞৰ-বাখৰ। পিচত সি গম পালে যে পকা ধান খাবলৈ হাতী নামিছিল। টিং কোবাই জুই জ্বলাই হাতীৰ পালটো খেদি পঠিওৱা হ'ল। এইবোৰ শুনি হৰিশৰ মনত আন এটা ভয়ৰ উদ্রেক হ'ল। এইবাৰ কি খান্দাজানত কাম কৰি সি পৈতৃক প্রাণটোও হেৰুৱাব?

হৰিশক বাহিৰত দেখি জীৱন দাসো উঠি আহিছে। 'দাস কালি ৰাতি হাতী আহিছিল বোলে?'

'হয় চাৰ।'

'এই হাতীৰ ৰাজ্যত আপোনালোক থাকে কেনেকৈ?'

'অকল হাতীয়েই নে? বাঘ-ভালুক সকলো আছে। পিচে বাৰুদৰ আৱাজত এতিয়া সকলো দূৰলৈ আতৰিছে। মাথো গণেশ বাবাইহে মাজে মাজে প্রসাদ খাবলৈ আহে।'

'প্ৰসাদ খাবলৈ ?'

'এৰা—গণেশ দেৱতা বৰ জ্ঞানী প্ৰাণী। ' মোক আজি দহ বছৰে একো অন্যায় কৰা নাই।'

'ইয়াৰ কাৰণ ?'

'তেওঁলোক অহা গম পালেই মই আগপিনে ঘিউচাকি এগছ জ্বলাই এখন শৰাই দি থওঁ। তেওঁলোকে সেইখন গ্ৰহণ কৰি আতৰি যায়।'

দাসে এই সন্দৰ্ভত আৰু এটা গল্প ক'লে। আজি প্ৰায় পোন্ধৰ বছৰমানৰ আগতে ইয়াত শিলৰ কুৱেৰী নাছিল হেনো। তেতিয়া ৰবিসিং বোলা মানুহ এজনে ইয়াত পাম খুলি বহিছিলহি। কেইদিন-মানৰ পিচত তাৰ ভায়েক কালু সিঙেও পাম খুলিবলৈ ককায়েকৰ ওচৰ পালেহি।

পিচে, কালুসিং ৰবিসিঙৰ দৰে শান্ত নাছিল। ইমানদিনে খেতি-বাতি কৰিও ৰবিসিঙে অন্ততঃ হাতীৰ পৰা উপদ্ৰৱ পোৱা নাছিল। খেতিৰ আৰম্ভণীতে সি গণেশ পূজা এটা কৰি লৈছিল। হাতী কেতিয়াবা খেতিত আহি উঠিলেও সি হাতীৰ পালটোলৈ হাতজোৰ কৰি কৈছিল—'হে গণেশ দেৱতা, মই দুখীয়া মানুহ। খেতিখন কৰিয়েই ল'ৰা-ছোৱালীক পোহপাল নিয়াইছো। মোৰ একো অন্যায় নকৰিবা।' আচৰিত হ'লেও সেইদিনাৰ পৰা হাতীৰ পালটোৱে ৰবিসিঙৰ শস্যডৰা এৰি গৈছিল।

কিন্তু কালুসিং আহিয়েই লগালে অথন্তৰখন। নদীৰ পাৰৰ হাতী অহা-যোৱা কৰা বাটটোতে সি সৰিয়হ খেতি লগালে। ককায়েক আৰু বহুতে তাক এই কথাত বাধা দিছিল যদিও সি নুশুনিলে। হাতী যাতে সেইপিনে যাব নোৱাৰে তেনেভাৱে সি নদীৰ পাৰত বাঁহৰ জোং পুতি দিলে। এদিন পুৱা দেখা গ'ল যে ৰবিসিঙৰ জুপুৰীৰ আগত এটা দঁতাল হাতী কেঁকাই কেঁকাই পৰি আছে। সাহস কৰি ৰবিসিং ওলাই আহিল। সি দেখে যে দঁতাল হাতীটোৰ আগঠেং

এটাত কালুসিঙে পোজা জোং এডাল। সি ভয়ে ভয়ে আগবাঢ়ি আহি দঁতাল হাতীটোৰ ভৰিৰ পৰা বাঁহৰ জোংডাল উলিয়াই দি হাতযোৰ কৰি ক'লে—'হে গণেশবাবা, খং নকৰিবা। মোৰ ভাই অজ্ঞানী পুৰুষ। সি নাজানি এইবোৰ কৰিছে।'

হাতীয়ে কি বুজিলে ৰবিসিঙে নাজানে। হুল বাহিৰ হ'লত বনৰ হাতী বনলৈ গ'লগৈ। পিচদিনা এক অবাক কাণ্ড। কালুসিঙৰ সৰিয়হডৰা হাতীৰ পালটোৱে গচকি শেষ কৰিছে আৰু ৰবিসিঙৰ চোতালত খৰিৰ এটা বিৰাট দ'ম। ৰবিসিঙৰ কথাত কালুসিঙে অৱশ্যে জোংবোৰ উঠাই দিলে, কিন্তু তাৰ বিপদ শেষ নহ'ল। এবাৰ হাতীৰ পালটো- আহি তাৰ ঘৰটো মষিমূৰ কৰি পেলালে। সি প্ৰাণ লৈ কোনোমতেহে পলাল।

ককায়েকৰ কথামতে সি গণেশ পূজা দিলেহে হয় কিন্তু কোনো ফল নধৰিল। অৱশেষত হাতীৰ অত্যাচাৰত সি পাম এৰি গাওঁ পালেহি।

ইয়াৰ পিচৰ ঘটনা আৰু আচৰিত।

এবাৰ সি ককায়েকৰ পামলৈ ফুৰিবলৈ আহিছে। ডুপৰীয়া নদীত গা-পা ধুই উঠি পাৰলৈ আহি দেখে যে পথাৰৰ ওপৰত তিনিটা কালান্তক যম—তিনিটা দঁতাল হাতী। তাৰ চুলিৰ আগে জীৱ গ'ল। সি পলাবলৈ চেষ্টা কৰিলে হয়, কিন্তু তাৰে এটা দঁতাল হাতীয়ে তাক শুড়েৰে ধৰি পেলালে। লগে লগে সি মূৰ্চ্ছা গ'ল। হাতীটোৱে তাক কিন্তু নামাৰিলে। দূৰৈৰ পৰা গৰখীয়া ল'ৰা কেইটামানে দেখিলে যে হাতীটোৱে শুড়েৰে তাক এবাৰ ওপৰলৈ তোলে এবাৰ মাটিত থয়। এইদৰে কেইবাৰমান উঠানমা কৰাই হাতীকেইটা গ'লগৈ। বহুত পৰৰ পিচত কালুসিঙে জ্ঞান ফিৰাই পালে। সি দেখে যে সি তেতিয়াও জীয়াই আছে।

'ৰবিসিঙৰ ভায়েক বুলিয়েই সম্ভৱ সেই যাত্ৰালৈ কালুসিং সাৰিল চাৰ।'

'এৰা ইয়ো এক আচৰিত !'

কথা পাতি পাতি দুয়ো শিল ভঙা ঠাই টুকুৰ পালেগৈ। সেই বিৰাট পাহাৰটো শিল ভাঙি ভাঙি প্ৰায় একাংশ খহাই পেলাইছে। তেতিয়াও কুৰ্ৱলীৰ এটা পাতল আবৰণে গোটেই পাহাৰটো আবৰি আছে। শিলভঙা বনুৱাবোৰ প্ৰায় উঠাই নাই।

দুই একে উঠি প্ৰাতঃকৃত্য আৰম্ভ কৰিছে। বাকী দীঘলীয়া ঘৰবোৰৰ ঠায়ে ঠায়ে সৰু সৰু জুই একুৰা লৈ মানুহবোৰ জুম পাতি বহি আছে। এঠাইত সি দেখে আৰু এক অদ্ভুত দৃশ্য। এটা মানুহ সেই মৰ জাৰতো দীঘলীয়া ঘৰটোৰ বাৰাণ্ডাৰ শুদা মাটিতে পৰি আছে। পিন্ধনত তাৰ এটা মিলিটেৰী অভাৰ কোট আৰু ঠেঙা, ভৰিত বুটজোতা। তাৰ বোধহয় জ্ঞান নাই—কাৰণ তাৰ ঠেঙা তিতি পেচাব বাহিৰলৈ বৈ গৈছে। সি কিন্তু শুৱেই আছে।

'হায় ভগৱান, এইটোৰ আকৌ কি হ'ল !' হৰিশে সুধিলে।

'কি আৰু হব চাৰ ? মদ এই মদেই ইহঁতক খালে।'

জীৱন দাসে ক'লে যে সেই মানুহটো কুৰেৰীৰ এটা চৰ্দাৰ। নাম বীৰবাহাদুৰ ? যোৱা কালি টকা পাই মদ পানী খাই সি ইয়াতে পৰি থাকিল। তাৰ আৰু ঘৰ বা বিচনা বিচাৰি উলিয়াবৰ শক্তি নহ'ল।

'এইবোৰ মানুহক লৈয়েই আমাৰ জীৱন চাৰ'--জীৱন দাসে দোহাৰিলে—'কি কষ্টত যে ইয়াত কটাইছো চাৰ !'

হৰিশে বুজিলে জীৱন দাসৰ মনৰ কথা। কিছুমান মানুহ জীৱনত কষ্ট স্বীকাৰ কৰিবলৈকে জন্মে। এইচাম মানুহ শান্ত আৰু নিবোকা প্ৰকৃতিৰ। সেয়ে সংসাৰৰ যত দুখ-কষ্ট, ঝামেলা এওঁলোকৰ মূৰতেই আহি পৰেহি। সেই কাৰণেই হৰিশৰ খং উঠে। কিন্তু খং উঠিলে কি হ'ব ? এবাৰ ভাব দেউতাকক এই বিষয়ে সোধাত দেউতাকে মাথো ওলোতা উত্তৰহে দিছিল। তেওঁ কৈছিল—

'বুইছু আচা, কুৰুক্ষেত্ৰ যুদ্ধৰ শেষত কুন্তীয়ে প্ৰভু কৃষ্ণক কৈছিল— প্ৰভু, ইমান দিনে মোক দুখকেই দিলা, মোৰ নাতি মাৰিলা, পুত্ৰ গ'ল, বংশ শেষ হ'ল। কিন্তু এতিয়া বুজিছো—দুখ দিছিলা কাৰণেই তুমি মোৰ ওচৰত থাকিলা। দুৰ্যোধনক সুখ ঐশ্বৰ্য্যৰ মাজত ৰাখিছিলা, কিন্তু তুমি সিহঁতৰ কাষত নাছিলা। গতিকে জীৱনত দুখকেই দিয়া, তেতিয়াহে মই বুজিম যে তুমি মোৰ ওচৰত আছা।' গতিকে জীৱনত দুখ পোৱা ভাল বাচা। তেতিয়াহে মানুহ ভগৱানৰ ওচৰত থাকে।

দেউতাকৰ এই কথা সি সদায়েই অনুভৱ কৰে, এয়ে ভাৰতীয় দৰ্শন।

সিহঁত আৰু অলপ আগবাঢ়িল। সিপিনৰ পৰা নীলা লুঙি পিন্ধি গাত এৰীচাদৰ মেৰাই এজন আগবাঢ়ি আহিছে।

'নমস্কাৰ চাৰ।'

'নমস্কাৰ।'

'এখেত চাৰ বেনু সোম। জয়চাৰিয়া ঠিকাদাৰৰ মেনেজাৰ'— জীৱন দাসে পৰিচয় কৰাই দিলে।

'মই কালিয়েই আপোনাৰ তালৈ আহিম বুলি ভাবিছিলো।' সোমবাবুয়ে ক'লে 'কিন্তু চাৰ,' আপুনি খুব ভাগৰত থাকিব। সেয়ে ৰাতিপুৱাহে লগ ধৰিম বুলি⋯⋯'

'ঠিক আছে' হৰিশে ক'লে 'এতিয়াতো সদায়েই লগ পাম। বলক, অলপ কুৰেৰীকেই চাই আহো।'

'বলক চাৰ।'

সিহঁত তিনিও পাহাৰটোৰ পিনে আগবাঢ়িল। কুৰেৰীৰ শিল ভঙা কামত দুই এজন মানুহহে আহিছে। বোধহয় কালি দৰমহা পাই মাজ নিশালৈকে উৎপাত কৰি শুই আছে। সিহঁত আৰু দুদিন-মানলৈকে কামলৈ নাহিব। তাৰ পিচত যেতিয়া জেপ খালি হ'ব তেতিয়া সিহঁত আকৌ ওলাবহি। প্ৰথম দিনাই ঠিকাদাৰৰ মানুহৰ ওচৰত ধাৰ কৰিব।

ভঙা শিলৰ দ'ম এটাৰ ওচৰত এটা বুঢ়া উৰীয়া বন্ধুৱাই এটা ডাঙৰ শিল ভাঙি সৰু কৰি আছিল। পিন্ধনত তাৰ গামোচা এখন আৰু গাত এটা শতছিদ্ৰ ফ্লেনেলৰ চোলা। তাৰ চকোলেট ৰংটো উৰঁলি কেতিয়াবাই শেষ হৈ গৈছে। মূৰত ৰঙা গামোচাৰ পাগুৰী এটা। তাৰ হাটুৰীৰ আঘাতত শিলবোৰ ভাঙি গৈছিল আৰু সি গুণ গুণকৈ গান গাই আছিল।

মূল কৰি থ মূলীয়া
পাইব দিনে মজুৰী
এদিনকো খৰে দেখিব নয়নাৰে।
বজাৰক ধৰি আনিব ওটাৰে।
পেট নাই দানা,
নাই ওদা কণা,
কলঙ্কৰ হই লাটি মোহাৰি।'
(ইমান পৰিশ্ৰম কৰি
দিনটোৰ দৰমহা পাম।
তাৰ পিচত মোৰ প্ৰেয়সীক বিচাৰি ওলাম।
বজাৰৰ পৰা তাইক ধৰি আনিম।
কিন্তু
পেটত ভাত নাই, গাত ফটা কাপোৰ।
মোৰো মাথো কলঙ্কহে হ'ল।)

'কিৰে শ্যাম সুন্দৰ অ'— পাথৰ অ' ভাঙোছি? সোমবাবুই মাত দিলে।

'আৰ কি কৰিবি বাবু—কপাল ভজৰ।'

'তোৰ অ' কপাল অ' 'ভজৰ অ' কেনে বলিলি? বেটা আছে বেটাৰ অ' সঙ্গে যা।'

'সে কি হয় বাবু? বেটা ৰহিব বেটাৰ অ' কাজে। মু ৰহিবি মোৰ অ' কাজে।'

হৰিণে শ্যাম সুন্দৰৰ শীর্ণ দেহাটোলৈ চালে। জাৰত সি অলপ অলপকৈ কঁপিছে। তথাপি সি শিল ভাঙি গৈছে। তাৰ দুটা পুতেক আছে হেনো— কিন্তু সি সিহঁতৰ লগলৈ নাযায়। পৰিশ্ৰমী মানুহ— পুত্ৰৰ অন্ন খাবলৈ লাজ পায়। 'এবে বুঢ়' হৈছি—অব বুখাৰ হেলে কে দেখিব?' সোমবাবুৱে আকৌ সুধিলে।

'কে আৰ দেখিব? মৰিব'—শ্যাম সুন্দৰে নিৰ্বিকাৰ ভাবে উত্তৰ দি আকৌ শিল ভঙাত লাগিল।

শ্যামসুন্দৰ ৰাউটে আচলতে কোনোদিনেই শিল ভঙা বনুৱা নাছিল। ভবাও নাছিল, শিল ভাঙি এইদৰে পেটৰ ভাত মোকোলাব লাগিব বুলি। কিন্তু ভাগ্যৰ কি বিপর্য্যয়? তাৰ গৈণীয়েক মৰি এদিন তাৰ সোণৰ সংসাৰখন চাৰখাৰ হৈ গ'ল। সি পগলাৰ দৰে দৌৰি আহিল সুদূৰ এই অসম প্ৰান্তলৈ।

সেয়া এক বিষাদময় কাহিনী।

এঠাইত এহাল গাবো দম্পতিয়ে শিল ভাঙি আছিল। সিহঁতৰ গাওঁ বহুত দূৰ। সেয়ে ইয়াতে সিহঁতে এটা জুপুৰী বান্ধি লৈছে।

'ইহঁতৰ কাণ্ড নকব চাৰ। ইহঁতে মোৰ ৰান্ধনীটো নিলে।'

'নিলে? কেনেকৈ নিলে?'

'নহয় চাৰ' সোমবাবুৱে ক'লে 'ইহঁতৰ লগত ৰাখিছিল ইহঁতৰ খুলশালী এজনী। তাইৰে আমাৰ লক্ষ্মণৰ কি প্ৰেম উপজিল, এদিন দুয়ো উধাও।'

'ভাল হ'ল।'

'ভাল আৰু কি হ'ব চাৰ? এই প্ৰেম বা কিমানদিন? সোমবাবুৱে তাচ্ছিল্য কৰি ক'লে। 'বলক চাৰ কেম্পলৈ যাওঁ। মোৰ তাতে বহি একাপ চাহ খাব।'

'বলক বাৰু।'

তিনিও কেম্পলৈ উভতিল। শ্যামসুন্দৰে তেতিয়াও গান গাই আছিল।

বাবু পৈচাটিয়ে দেব।
কালি ঠাৰে মুই খাই নাহি।
মৰুছি উপবাছে মৰুছি বাবু।
সুখিন বচন দেহাটি মলিন (সুখিন—লেতেৰা)
অসুন্দৰ দেখুছি বাবু।

লগতে শুনিছিল কুৰেৰীৰ হাটুৰীৰ খট্ খট্ খট্ খট্ শিল ভঙাৰ শব্দ।

## তিনি

ঠিকাদাৰৰ শিল ভঙা কেম্প।

খেৰৰ দুচলীয়া সমান্তৰাল ভাবে দুটা ঘৰ। তাৰে এমূৰত দুচলীয়া ৰান্ধনীশাল। এটাৰ এমূৰে ঠিকাদাৰ বাবুৰ আচুতীয়াকৈ কোঠালি। ওচৰৰ কোঠালিত সোমবাবু আৰু দুজন কৰ্মচাৰীৰ থকা ঠাই। এমূৰে ডিজেলৰ ড্ৰাম কেইটামানত ড্ৰাম ভৰ্তি ডিজেল। গাঁইটা ড্ৰিল ৰড, ভাটি, কোদাল, বেলচাৰ আৰু হাটুৰীৰে এটা কোণা ভৰ্তি—লগতে কেইটামান ট্ৰাকৰ টায়াৰ আৰু গাড়ীৰ সঁজুলিবোৰ।

সিহঁত যেতিয়া চোতাল পায়হি তেতিয়া সোমবাবুৰ কৰ্মচাৰীয়ে লৰা-লৰিকৈ চোতাললৈ কেইখনমান চকী আৰু টেবুল উলিয়াইছে।

'আহক চাৰ, বহকহি।' —সোমবাবুৱে আহ্বান জনালে।

হৰিশ আগবাঢ়িল।

পাতল ব'দ তেতিয়া কুঁৱলী ফালি ওলাই আহিছে। সেই ব'দে কেম্পৰ সৰু চোতালখন ধুই লৈ গৈছে। সি আকৌ এবাৰ পাহাৰটোলৈ চালে। পাহাৰটোৰ শিখৰৰ পৰাও পাতল কুঁৱলী লাহে লাহে আঁতৰিবলৈ ধৰিছে। শিল ভঙাৰ ঠুং ঠুং ঠাং ঠাং শব্দবোৰ ভাৰ

কাগত পৰিছেছি। লগুৱাটোৱে কেইকাপমান গৰম চাহ টেবুলত ৰাখিলেহি।

'ইয়াত কিমানদিন হ'ল সোমবাবু ?'

'প্ৰায় ত্ৰুবছৰ চাৰ।'

'এই জলপ্ৰাণীহীন ঠাইত আপুনি ত্ৰুবছৰ কটালে ?'

'কি আৰু কৰিব ? পেটৰ দায়ত।'

চাহ খাই খাই সি শুনি গ'ল সোমবাবুৰ কথা।

তেওঁ প্ৰথম যেতিয়া কেইটামান বন্ধুৱা লৈ এই ঠাই পায়হি তেতিয়া ইয়াত বিৰাট জঙ্গল। হাতী, বাঘ, ভালুকৰ দিনতে সমাবেশ। লাহে লাহে ডিনামাইটৰ শব্দত একে একে সকলোবোৰ আতৰিবলৈ ধৰিলে।

মানুহ আহিল—আৰু মানুহ আহিল। বনৰ জন্তু বনৰ ভিতৰ সোমাল।

ওচৰেৰে শিল বোজাই ট্ৰাক এখন পাৰ হৈ গ'ল—'এইযে গ'ল চাৰ ড্ৰাইভাৰটো, কালি তাৰ কাৰণে মাজ নিশালৈকে মোৰ টোপনি খতি।' —সোমবাবুৱে ক'লে।

'কিয় ?'

'ৰাতি মদ খাই আহি হাল্লা কৰিছে। মাৰপিত—শেষত বহুত বুজাই-বঢ়াই ঠাণ্ডা কৰিছো।'

'তাৰ মানে আপুনি শুলেনে নাই ?'

'ক'ত আৰু শুব ? ইয়াৰ পিচতে হোলমেনে আহি বাৰুদ বিচাৰিলে। খুব ৰাতিপুৱাতে ব্লাষ্টিং নকৰিলে বিৰেৰীত মানুহ ভৰ্তি হৈ যায়।'

সোমবাবুৱে কৈ গ'ল শিল ভঙা কুৰেৰীত বিচিত্ৰ অভিজ্ঞতাৰ কথা। কুৰেৰীত কেইবা প্ৰকাৰো বন্ধুৱা থাকে—এবিধ হ'ল হোল-মেন। সিহঁতৰ কাম হ'ল শিলত ফুটা কৰি বাৰুদ দিয়া আৰু তাৰ পিচত জুই লগোৱা। ইহঁতে ফুট হিচাবে টকা পায়। ইয়াৰ পিচত

আছে হেমাৰমেন। সিহঁতে ব্লাষ্টিং হোৱাৰ পাচত হাটুৰীৰে ডাঙৰ শিলবোৰ সৰু কৰে। ইয়াৰ পিচৰ চাম সাধাৰণ শিল ভঙা বনুৱা। ইহঁতে বাকচ হিচাবে লাখ পায়। ইহঁতৰ ওপৰত থাকে চৰ্দাৰ—তেওঁ প্ৰতি বাকচত কমিচন পায়।

'বেচ পৰিশ্ৰমৰ কাম, নহয় জানো সোমবাবু?'

'হয় চাৰ, সেইদৰে পইচাও সিহঁতে পায়।'

'কিন্তু ইহত ধনী নহয় কিয়?'

'কিছুদিন পিচত নিজেই বুজিব চাৰ।'

ৰ'দ উঠি আহিছে। খান্দাজানত আজি তাৰ দ্বিতীয় দিন। সি বহাৰ পৰা উঠিল। বাকীকেইজনো তাৰ লগে লগে ওলাই আহিল। এখন মাল বোজাই ট্ৰাক কুৱেৰীৰ খলা-বমাবোৰেৰে আগবাঢ়ি আহি আছিল। বোজাই ট্ৰাকখনৰ ওপৰত কেইটামান বিহাৰী বনুৱাই 'দেহাতী' গাই গৈ আছিল। সিহতৰ হাতে হাতে খৈনী। অলপতে ট্ৰাকখন বোজাই কৰা কঠোৰ পৰিশ্ৰমৰ মূৰত এইকণ জিৰণি—

'শাৰী মগন ভইলী ৰাম আইলে ঘৰুৱা
ডগৰৱা বহাৰেলী অঞ্চৰৱা সে।'

## চাৰি

'ক্যা খবৰ বিহাৰী লালজী?'

'আৰে বোলেগা নেহী চাহাব। সন্তোসী মাকো দো টায়াৰ বাষ্ট।

'সন্তোসী মাৰ? সন্তোসী মাৰ ভৰিহে থাকে?'

'আপ সমঝা নেহী।' বিহাৰীলালে নিজৰ কথাতে ৰস পালে, 'ইয়ে তো ভগৱতী মাই নহীয়ে হ্যেয়। ইয়ে হামাৰা মালিককী এক ট্ৰাককী নাম।'

হায় ভগৱান! ‘সন্তোসী মাও যে ট্ৰাকৰ নাম’ হ’ব পাৰে আৰু তাৰ টায়াৰ ফাটিব পাৰে সেয়া হৰিশৰ সপোনৰো অগোচৰ আছিল।

ইতিমধ্যে সুখে-দুখে তাৰ এসপ্তাহ পাৰহৈ গ’ল। ঠাইডোখৰ প্ৰথমতে বেয়া লাগিছিল যদিও এতিয়া তাৰ ভাল লাগি আহিবলৈ ধৰিছে। এই এক বিচিত্ৰ জীৱন—মাথো ওচৰৰ কেইটামান অফিচৰ কামৰ তদাৰক কৰা আৰু কুৰেৰীত ব্লাষ্টিং বিমান হ’ল তাৰ হিচাব ৰখা। মানুহ প্ৰথমতে নাই বুলি ভাবিছিল যদিও এইখন এক বেলেগ সমাজ।

দীঘল দীঘল খেৰী ঘৰবোৰত বীৰবাহাদুৰৰ দল, ত্যাগৰাজনৰ দল, চাংসাৰীৰ মহেন্দ্ৰ কলিতাৰ দল, গাৰো ব্ৰনচনৰ দল, মমতাজ আৰু তাৰ সঙ্গীহঁত, ড্ৰাইভাৰ, মেকানিক, হেণ্ডমেন এইবোৰেৰে এই এখন বিচিত্ৰ সমাজ।

মাজে মাজে ঠিকাদাৰ জয়চাৰিয়াৰ ল’ৰা মোহন জয়চাৰিয়া আহে—যাৰ পেটটো বয়সতকৈ বেচি ওলোৱা। সি আহিলেই কুৰেৰীত এটা অস্বস্তিৰ পৰিবেশ ফুটি উঠে। কিয় জানো? ঠিকাদাৰ কাদেৰ আলি অৱশ্যে জুপুৰী এটা লৈ ইয়াতেই আছে, তেওঁ হেনো জীৱনত বহুত আৰ্জিছিল। কিন্তু এক পইচাও সঞ্চয় নহ’ল। এতিয়া মাথো খোদা-তাল্লাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ কাম কৰি গৈছে—কৰি গৈছে। কামতেই তেওঁৰ আনন্দ।

এতিয়ালৈকে তাৰ বৰচাহাব অৱশ্যে এইখিনি ওলোৱা নাইহি। তাক এক উচিত শাস্তি দিব পৰাৰ আত্ম প্ৰসাদত এতিয়াও হয়তো তেওঁ অহা নাই। এই অঞ্চলটো যদিও তেওঁৰ তলতেই পৰে তথাপি হৰিশ দাসক লগ ধৰাৰ কথা যদি বৰচাহাবে গম পায়—সেইটোলৈ তেওঁৰ এটা অহেতুক ভয়। সেয়ে সম্ভৱ তেওঁ অহা নাই।

অৱশ্যে হৰিশে এইবোৰলৈ ভয় নকৰে। তাৰ চাকৰিৰ ক্ষেত্ৰত উন্নতি, পৰিবৰ্তন, এই আটাইবোৰত আটাইতকৈ সুখী হ’লহেঁতেন তাৰ দেউতাক। সেই দেউতাকেই যেতিয়া এতিয়া নাই—আনবোৰ নিৰৰ্থক।

কুৱেৰীৰ কেম্পবোৰ এখন সৰু ভাৰতবৰ্ষ। ইয়াত নাই কি? বাতিপুৱা ঢলপুৱাতেই মানুহজাক হাটুৰী, ডিনামাইট, ব্লাষ্টিং কৰ্ড আৰু বিস্ফোৰক লৈ শিল ভাঙিবলৈ ওলাই যায়। দুপৰীয়া অলপ সময়ৰ কাৰণে ছুটি। তাৰ পিচত এন্ধাৰ নোহোৱালৈকে কাম আৰু কাম। শিল ভঙা-বাকচ কৰা সেই হিচাব চৰ্দাৰক দিয়া। সন্ধিয়া বাষ্টিটোৰ কাৰণে খেৰৰ ঘৰবোৰলৈ প্ৰত্যাবৰ্তন। এই ৰাতিটোৱেই আহে সিহঁতৰ মাজলৈ অভিশাপ হৈ। এচামে মদ খাই বেহুচ হৈ গালা-গালি কৰে; মাৰপিত কৰে এচাম যায় নিশাৰ অভিসাৰত।

এনেকৈয়ে এদিন সি লগ পাইছিল ঝুমকুক। ঝুমকুৰ মাক-বাপেক নাছিল। তাই আহিছিল তাইৰ একমাত্ৰ ভায়েক কানহাইয়াক লৈ এই কুৱেৰীত শিল ভাঙিবলৈ। তাৰ পিচত এদিন তাই জয়চাৰিয়া বাবুৰ পুতেক মোহনৰ চিকাৰ হৈ গ'ল। ঘটনা তাতেই শেষ নহ'ল। ঝুমকু এজনী বেয়া ছোৱালী বুলি সকলোতে জনা-জনি হৈ গ'ল। সকলোৱে তাইক দিনত ঘিন কৰিবলৈ ধৰিলে। কিন্তু দিনতহে। ৰাতিৰ অন্ধকাৰত তাইৰ দেহৰ সুবাস বিচাৰি যোৱা মানুহৰ অভাৱ নহ'ল।

এদিন ঝুমকুৰ দেহ কেইবাটাও আঘাতেৰে চাইটৰ অলপ দূৰত থকা স্লুইচ গেটটোৰ পানীত উপঙি থকা দেখা গ'ল। পুলিচ আহিল, দৌৰা-দৌৰি হ'ল। শেষত এই শিল কুৱেৰীত কাম কৰিবলৈ অহা ঝুমকু বোলা ছোৱালীজনীৰ কথা সকলোৱে পাহৰি গ'ল।

'ধুপ্, ধুপ্, ধুপ্—ধুপ্ ধুপ্।'

পাহাৰত ডিনামাইট ফুটিছে। একো একোটা শব্দত চপৰা-চপৰে শিল এৰাই তলত পৰিছেগৈ। এটা শিলৰ খোৰোঙাত ৰহি বীৰ-বাহাদুৰ চৰ্দাৰে গণি গৈছে এক, দুই, তিনি—শেষত আৰু অলপ ৰৈ সি খোৰোঙৰ পৰা ওলাই আহিল আৰু চিঞৰিলে—

'দুই শিয়া—? অ' অ' ই।'

বঙা ফ্লেগ লৈ দুইমূৰে ৰৈ থকা মানুহ দুজনে ফ্লেগ কোচাই কুৱেৰীলৈ খোজ ল'লে। বাকী মানুহবোৰো একে একে ওলাই আহিল।

এভিয়া সিহঁতৰ বহুত কাম। ভাঙি পৰা পাথৰবোৰ আৰু সৰু কৰিব লাগিব। হোলমেন মহেন্দ্ৰ কলিতাৰ দলটো লাগিব আকৌ নতুন শিলত ফুঁটা কৰিবলৈ। হাতত সিহঁতৰ দীঘল দীঘল ড্ৰিল বড আৰু সেই লোহাৰ মূৰত একোটা একোটা ড্ৰিল বিট। ওচৰতে সৰু পাত্ৰ এটাত কিছু পানী।

'ঘুট্ ঘুট্— ঘুট্ ঘুট্'— হোলমেনে ড্ৰিল বডডাল উঠাই শিলটোৰ ওপৰত মাৰি যাব আৰু তাৰ সহকাৰীজনে ফুটাটোত পানী দি যাব। লাহে লাহে ফুটাটো গভীৰ হৈ যাব। ড্ৰিল বডডালৰ ধাৰ কম হ'লে সেইডাল উঠাই নিজে পাতি লোৱা কমাৰশালত সেইবোৰ ধাৰ দি লয়। মেচিনেৰে হ'লে অৱশ্যে বেলেগ কথা। কমপ্ৰেচৰ মেচিনে দহদিনৰ কাম এদিনতে কৰিব পাৰে। কিন্তু মেচিন ড্ৰাইভাৰ-বোৰ বৰ চালাক—সিহঁতে বাহিৰা পইচা নাপালে মেচিন বেয়া কৰি ৰাখে। মেচিনলৈ অনা তেল-মবিল চুৰি কৰি বেচে। আনকি মেচিনত দৰকাৰী মবিলখিনিও নভৰায়। মেচিন বেয়া হ'লে সিহঁতৰেই লাভ— বহি বহি দৰমহা খায়।' এয়ে আমাৰ ভাৰতীয় চৰিত্ৰ।

সেয়ে মহেন্দ্ৰ কলিতা আৰু তেওঁৰ দলে নিজৰ হাত দুখনতহে বেচি বিশ্বাস কৰে। মেচিনলৈ অপেক্ষা নকৰি তেওঁলোকে শিলত বিন্ধা দি যায়—'ঘুট্ ঘুট্, ঘুট্ ঘুট্।'

মহেন্দ্ৰ কলিতাও কম আৰ্জন নকৰে। তথাপি তেওঁৰ দিন ভিক্ষা প্ৰাণ ৰক্ষা। পেমেন্ট পোৱাৰ পিচদিনাই কলিতাৰ হাতত টকা নাই। আকৌ সোমবাবু বা হৰিশইঁতৰ ওচৰত ধাৰ। ইয়াৰ কাৰণ সোধাত এদিন কৈছিল।

'আমাৰ দুখ নহ'বনে চাৰ? ই বিশ্বকৰ্মাৰ অভিশাপ।'

'অভিশাপ? কিয়?'

'চান্দ সদাগৰৰ লেবঘৰ সাজোঁতে মনসাৰ ভয়ত কেশাই কমাৰে কোনেও নজনাকৈ এটা ফুটা ৰাখি দিলে। সেইপিনে কালী নাগ সোমাই লখীন্দৰক দংশন কৰিলে। কেশাই কমাৰৰ বিশ্বাসঘাতকতাক

লক্ষ্য কৰি সতী বেউলাই আমাৰ জাতিটোক অভিশাপ দিলে—আমাৰ টকা নহয়। সেয়ে হাজাৰ আৰ্জিলেও আমাৰ পেট নভৰে।'

এই কথাৰ ব্যাখ্যা অৱশ্যে মহেন্দ্ৰ কলিতাৰ সহকৰ্মী গজিন দাসে আনভাবে কৈছিল—'ভগবানৰ সকলো মূৰ্তি শিলৰ। সেই শিলকেই আমি ভাঙো আমাৰ কি উন্নতি হ'ব চাৰ?'

গজিন দাসৰ চকু এটা। নাই ব্লাষ্টিং কৰ্ড তৈয়াৰ কৰি থাকোঁতে কেনেবাকৈ কেশ ফুটি দাসৰ চকু এটা গ'ল। সেই অভিজ্ঞতা আৰু এক বিস্ময়।

গজিন দাস তেতিয়া সৰু ল'ৰা। স্কুলৰ ক্লাছ এইটৰ পৰা ইতি কৰি খৰচৰ অভাৱত সি ঠিকাদাৰৰ ভাত ৰান্ধনী হৈ এই কুৱেৰীলৈ আহিছিল। তাৰ পিচত এদিন সি ব্লাষ্টিং মিস্ত্ৰী হৈ বিন্ধা কৰা—তাতে বাৰুদ দি ফুটোৱা কামটো ল'লে। এই কামত এটা অদ্ভুত সিঁহৰণ আছে। সি জুই লগাই অহা ফিউজবোৰ জ্বলি জ্বলি বাৰুদত জুই লগাই দিয়েগৈ আৰু প্ৰচন্দ শব্দৰে শিলবোৰ ফাটি পাহাৰৰ গাৰ পৰা বাগৰি পৰে। শলিতাত জুই লগোৱাতো কি এটা মাদকতা—জুই লগাই লগাই দৌৰি সি একেবাৰে শেষ বিন্ধাটোত জুই দি আগতে ঠিক কৰি ৰখা নিৰাপদ ঠাইত বহি অপেক্ষা কৰিব ডিনামাইট ফুটা শব্দলৈ। এটা দুটাকৈ বিস্ফোৰণ আৰম্ভ হ'ব। এসময়ত বিস্ফোৰণ শেষ হ'ব। যদি গন্তিতকৈ কম বিস্ফোৰণ হয় তেনেহলে সিহঁতে আৰু অলপ সময় ৰব। তাৰ পিচত সি উঁকি মাৰি—'হু' অ' অ' ইহ্।' কুৱেৰীৰ মানুহবোৰ লাহে লাহে ওলাই আহিব।

দুৰ্ঘটনা সাধাৰণতে হয় ডিনামাইট ফুটোতে। কেতিয়াবা নুফুটা ডিনামাইট হঠাতে ফুটি অঘটন ঘটায়। অথবা নুফুটা ডিনামাইটৰ ওচৰত নতুন বিন্ধা কৰোতে আগৰ বাৰুদত লোহাৰ আঘাত পৰি ডিনামাইট ফুটি যায়। কিন্তু গজিনৰ দুৰ্ঘটনা ঘটিল অতি অস্বাভাৱিক ভাৱে। এই কথাৰ অলপ উমান মহেন্দ্ৰ কলিতাই অৱশ্যে পাইছিল। আগবাতি মাজনিশা মহেন্দ্ৰ কলিতা বাহিৰলৈ ওলাই আহিছিল। তাৰ পিচত সেই জনমানৱ-

হীন পাহাৰৰ মাজৰ পৰা কোনোবাই শিল ভঙাৰ শব্দ শুনিলে। মহেন্দ্ৰ কলিতা আগবাঢ়ি গ'ল। কিছুদূৰ আগবাঢ়ি যোৱাৰ পিচত দেখিলে যে সেই ঘোৰ অন্ধকাৰৰ মাজত এজন মানুহে এটা লেম জ্বলাই একমনে শিল ভাঙি গৈছে। ওচৰতে ওৰণি লৈ এজনী তিৰোতা ঠিয় হৈ আছে। মহেন্দ্ৰ কলিতা আগবাঢ়ি গ'ল। গৈ থাকিল। ঠিক মানুহজনৰ ওচৰ পাওঁতে দেখিলে যে মানুহো নাই—চাৰিওপিনে দেখিলে ঘোৰ অন্ধকাৰ। মহেন্দ্ৰ কলিতাৰ গা শিয়ঁৰি উঠিল। সি পিচলৈ চাই কেম্পলৈ দৌৰ দিলে। পিচত পাহাৰৰ মাজৰ পৰা শুনিলে এটা খিল্‌খিলকৈ ঘৃণা আৰু আক্ৰোশ মিহলি হাঁহি। সি আহি ভয়তে ঘৰ সোমাই দুৱাৰ বন্ধ কৰি দিলে।

এনেকুৱা অভিজ্ঞতা আজি কুৰি বছৰে দুকুৰি পাঁচ বছৰীয়া মহেন্দ্ৰ কলিতাৰ বহুবাৰ ঘটিছে। সেইবাৰ বৰমবই কুৱেৰীত এইদৰে এহাল মতা-মাইকী ওলাল। পিচদিনা ব্লাষ্টিঙত দুজন বনুৱা মৰিল। এইবাৰ বা কি হয়?

মহেন্দ্ৰই এই কথা কুৱেৰীৰ বনুৱাবোৰক কৈছিল, কিন্তু সিহঁতে তাৰ কথা উৰাই দিলে। গজিনে ক'লে- 'বনদেৱতাক পূজা দি লৈছো আৰু কি ?'

'লাগিলে আৰু এটা পূজা দিম।' উতনুৱা মহিম বুলি বনুৱাটোৱে তাতে হয়ভৰ দিলে।

ৰাতিপুৱা সকলো বনুৱা নিজ নিজ কামলৈ ওলাল। গজিনে আগদিনাই কুৰিটা বিন্ধা কৰি থৈ দিছে। আজি তাত বাৰুদ আৰু ফিউজ ভৰোৱাৰ কাম। বাৰুদ ভৰাবলৈ কেপৰ মুখত আগতে ফিউজ লগাব লাগে। সেই কাৰণে গজিন আৰু মহিম দুয়ো এটা শিলত বহি দাঁতেৰে কেপৰ মূৰত ফিউজবোৰ লগাই গৈছে। হঠাৎ যেন কি হ'ল ? ওচৰতে থৈ দিয়া ড্ৰিল ৰড এডাল বাগৰি থৈ দিয়া কেপবোৰত পৰিলগৈ। লগে লগে বিস্ফোৰণ, গজিন আৰু মহিম দুয়ো চিটিকি দূৰত পৰিলগৈ। তাৰ পিচত দেখা গ'ল যে গজিনে সোঁ

চকুটোত হাত দি পৰি আছে আৰু মহিমৰ সোঁ হাতখন নাই। লৰা লৰিকৈ শিলতোলা ট্ৰাকত তুলি সিহঁতক জিলাৰ হস্পিটেললৈ নিয়া হ'ল। হুমাহৰ মূৰত দুয়ো ভাল হ'ল কিন্তু দুয়ো কাললৈ ঘূণীয়া হ'ল।

এই গজিনেই এদিন তাক কৈছিল—'চাৰ, ভগবানৰ সকলো মূৰ্ত্তি শিলৰ আৰু সেই শিলকেই আমি ভাঙো। আমাৰ কি উন্নতি হ'ব ?'

অথচ দিনৰ পিচত দিন, ৰাতিৰ পিচত ৰাতি ধৰি এই মানুহজাকে শিল ভাঙি গৈছে। নিজৰ বুকুৰ তেজেৰে পাথৰৰ বুকুত ভাষা তুলিবলৈ চেষ্টা কৰিছে। অথচ ইহঁতে পাইছে কি ? কুৱেৰীৰ ৰাকচ কমকৈ গণি কম পইছা দিয়াৰ পৰা পলাই যোৱালৈকে ঠিকাদাৰ আৰু ঠিকাদাৰৰ মহৰীৰ ঠগ প্ৰৱঞ্চনা।

ধুপ ধুপ, ধুপ ধুপ ............ কুৱেৰী আকৌ জাগি উঠিছে।

## পাঁচ

ৰাতি কুৱেৰীত এখন বিৰাট হুলস্থূল।

হৰিশ অৱশ্যে ৰাতি ওলাই অহা নাছিল। এই সময়ত লেবাৰবোৰে মদ খাই বৰ হাল্লা কৰে, মাৰপিত কৰে—ওলাই আহিলে নিজৰ সন্মান যোৱাৰ কথা। কিন্তু গণ্ডগোল আচলতে সেই একোৰে পৰা হোৱা নাছিল। গণ্ডগোল হৈছিল ঠিকাদাৰ জয়চাৰিয়া বাবুৰ ল'ৰা মোহন জয়চাৰিয়া অহাৰ কাৰণেহে। জীৱন দাসৰ মুখত এই কথা শুনি হৰিশ অলপ আচৰিতেই হৈছিল। কিন্তু জীৱন দাসে কৈছিল—'বাবুৰ অভ্যাস ভাল নহয় চাৰ! অথচ বাবুৰ দেউতাক ইমান ভাল। পূজা পাতল লৈয়েই ব্যস্ত থাকে।'

'জয়চাৰিয়া বাবু নিজে নাহে কেলেই ?'

'জয়চাৰিয়া বাবুৰ বহুত কাম' জীৱন দাসে কৈছিল 'তেওঁৰ এই সৰু কামটো চাবলৈ আহৰি নাই। তাতে তেওঁ নিজেও বুঢ়া হৈ আহিছে। ব্যৱসায় বাণিজ্য সকলো পুতেকৰ হাতত লাহে লাহে এৰি দিছে।'

পিচদিনা সি দীনদয়াল জয়চাৰিয়াৰ ল'ৰা মোহন জয়চাৰিয়াক লগ পাইছিল। তেতিয়া সি কামলৈ যাবলৈ ওলাই আহিছে। শিলভঙা ক্ৰাচাৰটোৰ মেইন বিয়াৰিং কেইটা জ্বলি যোৱাৰ কাৰণে ক্ৰাচাৰটো তিনিদিন ধৰি বন্ধ আছিল। সেই কেইটা খোলাৰ ব্যৱস্থা কৰিবলৈকে সি কুৰেৰীলৈ যাবলৈ ওলাইছিল।

এনেতে সোমাই আহিল কুৰিবছৰীয়া সেই ডেকাজন। সেই ৰ'দ শীতল পুৱাতো যেন তাৰ শীত মৰা নাই। গাত গৰম চুটৰ ওপৰত এটা পলিষ্টাৰৰ জেকেট মূৰত এটা নে'মাল টুপী—হাতত হাত মোজা। ভৰিতো কলপতীয়া উলৰ মাজা। তাৰ এহাতত এটা শকত টেমা।

'নমস্কাৰ'—মোহনে প্ৰথমতে মাত লগালে।

'নমস্কাৰ' আপুনি?

মই মোহন জয়চাৰিয়া। আপোনাৰ লগত পৰিচয় হবলৈ সময়, সুযোগ, সুবিধা কোনোটোৱেই মিলা নাছিল। মোৰ ফাডাৰক আপুনি লগ পাইছে নিশ্চয়?

'নাই পোৱা।'

'এৰা'—মোহন যেন হৰিশৰ এই ভক্তিত অলপ গৰ্বিত হ'ল। 'তেওঁ পাৰ্টিৰ কামত দিল্লী, কলিকতা, বোম্বে মাৰিয়েই থাকে। মই সদায় ফাডাৰক কওঁ—'এইবোৰে তোৰ হেল্‌ঠ চুইট নকৰে—এইবোৰ এৰ, কিন্তু মিনিষ্টাৰ তিনিষ্টাৰ এই সকলোৰে আকৌ ফাডাৰ নহ'লে নচলেই।'

হৰিশৰ এই উদ্ধত যুবকৰ উক্তি অলপো ভাল নালাগিল। আজি কিছুদিন আগতে ৰাতি এটা কেলেক্কাৰীত মোহন কুৰেৰীৰ পৰা প্ৰাণ লৈ পলাইছে। তাৰ পিচত তাৰ এজেন্টৰ সহায়ত বহুৱাবোৰ

ভাগ ভাগ কৰি বিভিন্ন কুন্নেৰীলৈ পঠিয়াই মোহন নিষ্কণ্টক হৈছে। ইয়াৰ পিচত আকৌ প্ৰায় এমাহমানৰ মূৰত মোহন ওলাইছেহি। তেতিয়ালৈ সকলোৱে আগৰ ঘটনা পাহৰি গৈছে, অথবা পাহৰিবলৈ বাধ্য হৈছে। পেটৰ ভোকতকৈ নৈতিকতা ডাঙৰ নহয়। থাকক কুন্নেৰীৰ বন্নুৱা এজনী সাধবীসতী হৈ—তেনেকুৱা জেনানা বিখ্যাত কোতি-পতি ঠিকাদাৰ দীনদয়াল জয়চাৰিয়াৰ একমাত্ৰ পুত্ৰ মোহন জয়চাৰিয়াই হাজাৰে হাজাৰে যোগাৰ কৰিব পাৰে।

'যাওক, এই চিন্তা বাদ।'

এতিয়া এই যে মোহন জয়চাৰিয়া তাৰ আগত ঠিয় হৈ আছে তাৰ উদ্দেশ্য বেলেগ।

পৃথিৱীত কোনো মানুহেই উদ্দেশ্যবিহীন হৈ নুফুৰে। যদি ফুৰে সি পাগল, অথবা অৰ্থক। আজি পাঁচবছৰে এই জীৱনৰ তিতা-কেহাত সি অন্ততঃ এইটোকেই গম পাইছে। যিমানবোৰ মানুহ লগ পাইছে তাৰ শতকৰা নব্বৈ ভাগেই পাতনি মেলিলেও শেষত সুবিধা বুজি নিজৰ আগমনৰ উদ্দেশ্য ব্যক্ত কৰে। মোহন তাৰ বিপৰীত নহয়।

মোহন হৰিশৰ ওচৰলৈ অহাৰ কাৰণ আন এটাহে। আজি কেইবাদিনো ধৰি মোহনৰ মানুহে ভঙা শিলবোৰ হৰিশক লগামতে ভঙা নাই। সুবিধা বুজি তাত ডাঙৰ শিলো মাজে মাজে সুমুৱাই আৰু ধূলি-বালিবোৰো ভালদৰে চালা নাই। এইবোৰৰ কাৰণে হৰিশে মোহনৰ মহৰীকেইটাৰ ওচৰত আপত্তি কৰিলেও একো ফল ধৰা নাই। মহৰীকেইটাই তাৰ কথা কেৰেপকে নকৰে। আনকি শুধিলে কয়—'আমি কি জানো চাহাব? ঠিকাদাৰ বাবুৱে যি কৈছে আমি তাকে কৰিছো।'

সেইকাৰণে সি বৈ আছিল এই মোহন অহালৈ বাট চাই। কিন্তু যোৱাকালি ৰাতি যি কাণ্ড ঘটিল তাত সি মোহনক লগ ধৰা অথবা মোহনে তাক লগ ধৰা অসম্ভৱ আছিল। তাতে কালি তাৰ

লগত কৰবাৰ হোৱালী এজনীও আছিল তাই হেনো তাৰ চেক্ৰেটেৰী। আৰু বা কি?

'আপোনাৰ তালৈ এটা কামত আহিলো।'

'কওক।'

'আগে পান খাই লওঁক।' - সি পানৰ সেই টেমাটো খুলিবলৈ ল'লে। 'নাই, থাকক মোৰ বেছি পান খোৱাৰ অভ্যাস নাই।'

'তেনেহ'লে মিঠা চুপাৰী?'

মোহনে জেকেটৰ জেপৰ পৰা কেইটুকুৰমান ৰঙা চুপাৰী উলিয়াই আগবঢ়াই দিলে। অগত্যা হৰিশে তাৰে কেইটুকুৰমান লবলৈ বাধ্য হ'ল।

'এই বেন্থ, এইপিনে আহ।'

সোমবাবু আগবাঢ়ি আহিল। সোমবাবু মোহনতকৈ বয়সত ডাঙৰ, প্ৰায় তাৰ দেউতাকৰ জুৰীয়া, তদুপৰি এই কেইদিনৰ অভিজ্ঞতাৰ পৰা সি যি বুজিছে, গোটেই কুৱেৰীৰ কাম জয়চাৰিয়া বাবুৰ হৈ সোমবাবুৱেই চলায়। অফিচৰ কামবোৰ, লেবাৰ পেমেণ্ট, লৰী ভাৰা, লেবাৰৰ মাজত হাই-কাজিয়া, কাৰোবাৰ বেমাৰ হ'লে ডাক্তৰ মাতা, দৰবৰ ব্যৱস্থা কৰা, দৰব কিনিবলৈ পইছা নাথাকিলে তাৰো ব্যৱস্থা কৰা,—এই সকলোবোৰ কাম সোমবাবুৰ মূৰৰ ওপৰেদিয়েই যায়। মদ-পানী খাই সাদিনৰ পইছা একেদিনে উৰাই ধাৰ বিচাৰিবলৈকো সোমবাবু। সোমবাবু জয়চাৰিয়াবাবুৰ সোঁহাত। বনুৱাবোৰৰ মাজত সোমবাবু ভগবান। সোমবাবুৰ টকা নাই। সেয়ে মোহনে তই বুলি মাতিছে।

'তই চাহাবক পাথৰৰ চাইজবোৰ দেখুৱা নাছিলি নেকি?' বেন্থ-সোমে একো নামাতিলে। কাৰণ বেন্থ-সোমৰ এই ক্ষেত্ৰত ক'বলগীয়া একো নাছিল। পাথৰৰ চাইজ ডাঙৰ হোৱাৰ কথাটো হৰিশে বেন্থ-সোমক কেতিয়াবাই কৈছিল। বেন্থ-সোমেও সেই কথা জয়চাৰিয়াবাবুক কৈছিল। জয়চাৰিয়া বাবুৱে সোমবাবুক সেইকাৰণে শিলবোৰ ঠিক কৰি দিবলৈ কৈছিল। কিন্তু মাজতে আঁকোৰগোজ মনোভাৱ লৈ ঠিয়

হ'ল জয়চাৰিয়াবাবুৰ একমাত্ৰ পুত্ৰ মোহন জয়চাৰিয়া। এনেয়ে টকাৰ গৰ্ব—তাতে সামান্য এটা ইঞ্জিনিয়াৰৰ কথাত, হৈ থোৱা কাম আকৌ বদলি কৰিব? সেইটো নহ'ব। লাগিলে 'চান্দীকা জুটা' মাৰি ইঞ্জিনিয়াৰকেই বদলি কৰিব। মাথো হৰিশৰ হাবভাব অধ্যয়ন কৰি পিচৰ কৌশল ঠিক কৰিবলৈ মোহন এইবাৰ নিজেই আহিছে। সি সোমবাবুৰ নীৰৱতা দেখি গৰ্জি উঠিল।

'মনে মনে থাকিলি কেলেই? মনে মনে থাকিলেই কাম হৈ যাব নেকি?'

সোমবাবু এইবাৰো মনে মনে থাকিল। মোহনে অৱস্থা বেগতিক দেখি নিজেই আৰম্ভ কৰিলে।

'তেনেহ'লে শুনক চাহাব চাইজত হয়তো দুই একোটা পাথৰ ডাঙৰ আছে। আমাৰ মানুহে সেইটো বাচি দিব। লেকিন আপনি মাপখিনি কৰি আমাৰ বিলখিনি দি দিয়ক। আমাৰ টকাৰ বৰ দৰকাৰ।'

'শুনক' হৰিশে অতি ঠাণ্ডা মেজাজত আৰম্ভ কৰিলে 'চাইজ দুটা এটাৰ ডাঙৰ নহয়। প্ৰায় শতকৰা আশীভাগ। মই এইবোৰ লৈ মৰিলেহে হ'ব?'

'আপুনি লওকচোন। আমি ওপৰত ঠিক কৰি লম।'

'তাৰ মানে আপুনি কি কৰ বিচাৰিছে?' মোহনৰ ওপৰত হৰিশৰ খং উঠি গ'ল।

'আ-হা-হা খং নকৰিব।' মোহনে ক'লে, তাৰ পিচত বেমু-সোমক বাহিৰলৈ যাবলৈ আদেশ দি অত্যন্ত গোপনে মোহনে আৰম্ভ কৰিলে।

'আচ্ছা চাহাব, মই অলপ বহি লওঁ, আপুনিও বহক। বহি ঠাণ্ডা মেজাজত আমি কথাখিনি পাতো।'

'মেজাজ মোৰ সদায়েই ঠাণ্ডা। বহিছো বাক।'

দুয়ো দুখন চকীত বহি ল'লে। মোহন জয়চাৰিয়াই এবাৰ চাৰিওপিনে চাই পকেটৰ পৰা ইণ্ডিয়া কিঙৰ পেকেট এটা উলিয়াই হৰিশলৈ আগবঢ়াই দি ক'লে—'চিগাৰেট?'

'ধন্যবাদ মই চিগাৰেট নাখাওঁ।'

'আহে ৰবাচ? একদম সাধু পুৰুষ, চাচ্ছা আদমী। খুব ভাল কথা। এইৰকম চাচ্ছা আদমী আমাৰ খুব দৰকাৰ। উইল ইউ মাইণ্ড ইফ আই স্ম'ক?'

'নট এট অল। খাওক।'

মোহনে চিগাৰেট এটা জ্বলাই হুশোহামান ধোঁৱা ভালদৰে উকৰাই দি ক'লে -

'চাহাবৰ কথা মই আগতেও শুনিছু আজি দেখা হ'ল, লেকিন আপনাৰ কাৰ্পেট-টাৰ্পেট নাই কিয়? চোফাচেট এটাও কৰোৱা নাই?'

'প্ৰয়োজন বোধ কৰা নাই।'

'নহ'লে কৈ দিয়ক। আমি বনাই দিম। পেমেণ্ট লাহে লাহে কৰি থাকিব

'নাই নালাগে। এতিয়া কামৰ কথালৈ আহক।'

'নাই মই একো খাৰাপ কথা কোৱা নাই। আপোনাৰ বৰ চাহাবভি তেনেকা বনায়। কতো বনাই দিলো।'

'সকলো জানো একে?'

'এৰা ঠিক কৈছে। পিচে চাহাব' মোহনে আৰু হুবাৰমান ধোঁৱা উকৰাই দি ক'লে। আমাৰ পাথৰতু পাচ কৰি দিলে ভাল আছিল।'

'সেই কথা মই আগতেই কৈছো।'

'জানেই নহয়—আমি ঠিকাদাৰ মাহুহ আৰু এইটো আমাৰ বিজিনেচ। আপুনি যদি মালবোৰ পাচ কৰি দিয়ে— আমি আপোনাকো চালোহেঁতেন।'

'এই কথা কবলৈকে আপুনি ইমান সময় নষ্ট কৰিলে? মই কৈছো নহয়, নহ'ব।'

চাওক চাহাব, আপুনি খং নাখাব। আপুনি নকৰিলেও আপোনাৰ ওপৰৰ মানুহে কৰিব। কিন্তু আপুনি মূল মানুহ—সেয়ে।'

'তেনেহ'লে আপুনি ওপৰৰ মানুহৰ ভালৈ যাওক। মোক কিয়?'

হৰিশৰ কথাত মোহনৰ আত্মভিমানত বোঁধকবো আঘাত লাগিল। সি থিয় হ'ল আৰু ক'লে—

'ভাল সৰু চাহাব। কিন্তু আপুনি কামটো ভাল নকৰিলে।'

মোহন ওলাই গ'ল। এক চৰম উত্তেজনাত সি কঁপিব ধৰিলে। কি কৰিব কি নকৰিব ভাবি সি ৰুমৰ ভিতৰতে ঘূৰা-ঘূৰি কৰিব ধৰিলে। অলপ পিচত দেখে যে মোহনৰ এম্বেচেদৰ তাৰ ঘৰৰ আগেৰেই ধূলি উৰুৱাই পাৰ হৈ গ'ল। বেকচিতত মোহন আৰু সেই ছোৱালী-জনী। তাৰ থং আৰু চাৰি গ'ল।

এনেতে ওলালহি সোমবাবু। উত্তেজনাত সি ফাঁটি পৰিল।

'কি ভাবে আপোনালোকে? কি ভাৱে আপোনাৰ ঠিকাদাৰে? মই কি এবাণ্ডিল টকাৰ সমষ্টি? মোক কি টকাৰে কিনিব বিচাৰে?'

সোমবাবুৱে সকলো নিৰৱে শুনি গ'ল। মূৰত তেওঁৰ চুলি কেতিয়াবাই শেষ হৈছে। ল'ৰা-ছোৱালী থাকে মালদহত জয়চাৰিয়া বাবুৰ মেনেজাৰ হৈ তেওঁ সোমাইছিল আজি চৈধ্যবছৰ আগতে। তাৰ পিচত তেওঁৰ জীৱনত বহু ধুমুহা পাৰ হৈছে। চাইটে চাইটে ঘূৰি জীৱনৰ সোণালী দিনবোৰ তেওঁ শেষ কৰি পেলালে। এতিয়া বাৰ্দ্ধক্যই হাত বাউল দি মাতিছে—অৱসৰৰ দৰকাৰ। কিন্তু তেওঁ অৱসৰ লব পৰা নাই। পাঁচখন মুখে মালদহত তেওঁলৈ আকুল আশাৰে বাট চাই আছে। কাম তেওঁ কৰিবই লাগিব।

সোমবাবুৰ নীৰৱতাত হৰিশ অলপ শান্ত হ'ল।

'কি কব বিচাৰে আপুনি?'

'পাথৰ মই বদলাই দিম চাৰ—। মাথো কেইদিনমান সময় দিয়ক।'

'তেনে হ'লে এই অভিনয়ৰ কি দৰকাৰ আছিল?'

'সেয়েতো কথা চাৰ'—সোমবাবুৱে আৰম্ভ কৰিলে। জয়চৰিয়া বাবুৰ একমাত্ৰ ল'ৰা মোহনক ভাল কৰিবলৈ জয়চাৰিয়া বাবুৱে চেষ্টাৰ একো বাদ দিয়া নাছিল। মোহনক দাৰ্জিলিঙৰ ক'নভেণ্টত ৰাখি মাহে

মাহে পইছা পঠিয়াই জয়চাৰিয়া বাবুৱে ভাবিছিল যে ল'ৰা এদিন মানুহ হ'ব। তেওঁৰ বিজিনেছৰ গুৰি ধৰিব। কাৰণ ইমানদিন ব্যৱসায় কৰি গম পালে যে ভাল ব্যৱসায় কৰিবলৈ ভাল শিক্ষাৰো দৰকাৰ। কিন্তু যেতিয়া একে ক্লাছতে দুই তিনিবাৰকৈ থাকি মোহনে লাহে লাহে জয়চাৰিয়া বাবুৰ সপোনত চেঁচা পানী ঢালিবলৈ আৰম্ভ কৰিলে তেতিয়া জয়চাৰিয়াই প্ৰমাদ গণিলে। ল'ৰাই ঘৰতো ইংৰাজীতহে কথা হয়— আনকি ইংৰাজীতে গালিও পাৰে। শেষত যেনিবা মোহনেই জয়চাৰিয়া বাবুক বহুত দুশ্চিন্তাৰ পৰা অব্যাহতি দিলে। ফেল কৰি কৰি আধাবয়সীয়া ল'ৰাহঁতৰ লগত পঢ়িবলৈ মোহনেই বেয়া পোৱা হ'ল। সেয়ে এদিন মোহন স্ব-ইচ্ছাই ঘৰ ওলালহি। জয়চাৰিয়া বাবুৱে ভালেই পালে, কাৰণ তেওঁ নিজেও বুঢ়া হৈ আহিছে। মোহনে বাপেকৰ ব্যৱসায়টো চম্জি লওঁক।

পিছে, মোহনে আকৌ পয়মাল লগালে। কেইদিনমান ঘৰত এনেয়ে থকাৰ পিছত তাৰ মূৰত কি সোমাল? সি হেনো এখন চিনেমা কৰিব। তাত সি হ'ব হিৰো। এসময়ত জয়চাৰিয়া বাবুৰ শ্ৰীহনুমান ভৱন গীটাৰ, ড্ৰাম, মেন্দোলিন, পিয়ানো, একৰ্ডিয়ানেৰে জমজমাই উঠিল। ইপিনে জয়চাৰিয়া বাবু হাৰ্ট আৰু প্ৰেচাৰৰ ৰোগী। জয়চাৰিয়া বাবুৱে সঁচাকৈয়ে প্ৰমাদ গণিলে।

'ইমানবোৰ কথ কোৱাৰ কি দৰকাৰ?'—হৰিশে মাজতে সুধিলে।

'নহয় চাৰ, আপুনি জানি থোৱা ভাল। জয়চাৰিয়া বাবুক আপুনি পোৱা নাইতো!'

'পালে কিবা লাভ হ'বনে?'

'আপুনি বুজিলেহেঁতেন বাপ-বেটাৰ মাজত কিমান প্ৰভেদ।'

'সেইবোৰ বাদ দিয়ক। মোক এতিয়া কামৰ কথা কওঁক। জয়চাৰিয়া বাবুৰ জীৱনীয়ে মোক একো নভৰায়।'

'নহয় চাৰ'—সোমবাবু যেন অলপ বিব্রত হ'ল 'মোক আপুনি বিশ্বাস কৰক। কামখিনি মই ঠিক কৰি দিম। মাথো মোহনবাবুক যাবলৈ দিয়ক।'

'সেইটো নহ'ব। কাম ঠিক কৰিলে মোহনবাবুৰ আগতে ঠিক কৰিব লাগিব। পিচত নহয়।'

সোমবাবুৰ মুখত এক বেদনাৰ প্ৰতিচ্ছবি ফুটি উঠিল।

'ভাল বাৰু চাৰ।' —সোমবাবুৱে আৰু একো নকৈ বাহিৰ হৈ গ'ল। তেওঁ যেন কি ভাবিলে? এইবাৰ এইখন গোলমালত তেওঁৰ চাকৰিটো ৰ'বনে? বাপেকে ৰাখিলেও পুতেকে তেওঁক ৰাখিবনে? নহ'লে সেই পাঁচখন মুখৰ কি হ'ব? সেই পাঁচখন মুখ?

## ছয়

হৰিশে ভৱামতে মোহন সেইদিনা নগ'ল।

সন্ধিয়া আকৌ চাইটলৈ ঘূৰি আহিল। ইয়াৰ মাজতে সি জলসিঞ্চন বিভাগৰ কাম এটা আৰু তাৰ পিচত ওচৰৰে আই বি এটাত কিছু সময় কটাই আহিলগৈ হেনো। আই বি-ত মদ-পানী খাই তিনিটা গ্লাছ ভাঙি চকিদাৰক ত্ৰিশ টকা বকচিচ দি সেই ঘটনা সি চাপ-চুপ কৰি আহিছে। চকিদাৰেও বটলৰ বাকী মদ খাই ৰজা হৈ আছে হেনো।

মোহন কিয় আকৌ ঘূৰি আহিল? সিটো গৈ হৰিশৰ কথা ওপৰ মহলাত লগোৱাৰ কথা আছিল? কিন্তু?

এই কিন্তুৰ উত্তৰ পাবলৈ তাৰ সৰহ সময় নালাগিল। সোমবাবুক বিদায় দিয়াৰ পিচত চাইকেলখন লৈ সি ওলাই গৈছিল প্ৰায় দহমাইল দূৰৰ কাম এটা চাবলৈ। দহমাইল দহমাইল মোট কুৰিমাইল

চাইকেল চলাই তাৰ বুৰ ভাগৰ লাগিছিল। দুপৰীয়াৰ ভাতসাজ অৱশ্যে সেই দহমাইল দূৰৰ মহৰীবাবুৰ ঘৰতে খালে। ভাত খাই জিৰাই-সতাই ঘূৰি আহোঁতে প্ৰায় সন্ধিয়া হ'লগৈ। গোটেই গাতে তেতিয়া তাৰ বৰ বিষ— বিশেষকৈ কলাফুল কেইটা। সি গা-পা ধুই চাহ একাপ খাই শেতেলী লৈছে। অনন্ত পাকঘৰত ব্যস্ত। জীৱন দাসো ঘূৰি অহা নাই— গাঁৱলৈ ধান বিচাৰি গৈছে। এনেতে শুনিলে কাৰোবাৰ কণ্ঠস্বৰ—

'চাহাব ঘৰত আছে?'

'কোন?'

'মই মোহনবাবু চাৰ।'

'মোহন বাবু?'

'হয় চাহাব। অলপমান দয়া কৰি উঠি আহক।'

অগত্যা সি উঠি আহিবলগীয়া হ'ল। চাৰ্টটো গাত লগাই বাহিৰলৈ ওলাই অ হি দেখে যে অকল মোহনেই নহয় লগত সেই ছোৱালীজনীও। প্ৰসাধনৰ কোবত তাইক ধুনীয়াতকৈও এক অস্বস্তিকৰহে লগা হৈছে। সি গোমাই অহাত দুয়ো ঠিয় হ'ল। সি এবাৰ তীক্ষ্ণ দৃষ্টিৰে দুয়োকে চাই ল'লে।

'বহক'—সিহঁত তিনিও বহি পৰিল। তাৰ পিচত সি ক'লে— 'কেলেই আহিল? 'হে হে হে হে'—মোহনে এক অদ্ভুত হাঁহি মাৰি ক'লে—ফজিৰ ফজিৰ বিনা কথাত আপনাৰ লগত ঝগড়া হৈ গ'ল। ভাবিলু চাহাবৰ ক্ষমা চাই আহো।'

'কিন্তু এখেত?'

এখেত নহয় 'তুমি' বুলি মাতিব। এই মোৰ চেক্ৰেটেৰী। কি নাম আছিল অ' তোৰ জুমু?'

'তুলিকা দাস।'

'ও তুলিকা দাস। বহুত ভাল লড়কী চাৰ। মোৰ বিজিনেছ ভাল চলাই নিছে।'

'নমস্কাৰ'—তুলিকাই নমস্কাৰ জনালে।

প্ৰতি নমস্কাৰ জনাই সি সুধিলে— 'আপোনালোক আজি নগ'ল ?'

'গৈছিলুৱেই চাহাব কিন্তু বাস্তাত হঠাৎ খেয়াল হ'ল—আপনাৰ লগত পৰথম পৰিচয়তেই এইৰকম ঝগড়া হুই গ'ল। ভাবিলু কি ভাবি কি কলু ?'

'ভাল কৰিলে, এতিয়া চাহ একাপ খাওক।' —হৰিশে সৌজন্য ৰাখি ক'লে।

'চাহ খালেতো খালি চাহ নাখাম ? ৰব মই নাস্তা লই আহিছো, আপোনাৰ লোৰাটুক মাতকছোন।'

'নাই নালাগে। নাস্তা বাৰু ময়েই অনাই দিম। আপুনি বহক।' 'দাসবাবু'—মোহনে যেন অলপ আঘাত পালে 'এই মোহন জয়চাৰিয়া বদমাছ হ'ব পাঁৰে, গুণ্ডা হ'ব পাৰে, কিন্তু সি অমানুহ নহয়। এই লোৰা—?' --সি, অনন্তক মাতিলে।

অনন্ত ওলাই আহিল।

'বল মোৰ লগত। অলপ নাস্তা আনিব লাগে।'

কিবা প্ৰতিবাদ কৰাৰ আগতেই মোহনে তাক হাতত ধৰি টানি নি গাড়ীত বহিলগৈ। এক অস্বস্তিকৰ পৰিবেশত হৰিশ আৰু তুলিকা বহি ৰ'ল। সি ভাবিলে, জীৱন দাসকেই মাতি আনিব নেকি ? নাই, সেইপিনেও আশা নাই—দাস ধান আনি এতিয়ামানে ঘৰ পোৱাহি নাই নিশ্চয়। অগত্যা সেই পৰিবেশ অলপ সহজ কৰিবলৈ হৰিশে সুধিলে—

'তোমাৰ নামটো কি বুলি কৈছিলা ?'

'তুলিকা দাস।'

'তুমি বাৰু মোহনক লগ পালা কেনেকৈ ?'

'শুনিব ?'

'শুনিম বাৰু। তাৰ আগতে তুমি অলপ বহা। মই দুয়োলৈকে দুকাপ চাহ কৰি লৈ আনো।'

'কিন্তু আপোনাৰ কষ্ট হ'ব দেখোন।'

'একো নাই। পানী গৰম হৈয়েই আছে।'

'নহয় বলক' তুলিকাই ক'লে, 'আপুনি মাথো মোক আপোনাৰ পাকঘৰটো দেখুৱাই দিয়ক। মই খুব পাৰিম।'

'এনেয়ে প্ৰথম আহিছা। এইটো জানো ভাল হ'ব?'

'নিজে বহি থাকি আপোনাক চাহ বনাবলৈ দিয়াটোও জানো ভাল হ'ব? বলক—অৱশ্যে মোৰ হাতেৰে খোৱাত আপোনাৰ যদি বাধা নাই।'

তেনেকৈ কিয় ক'লা?

হৰিশৰ কথা শুনি তুলিকাই এক অদ্ভুত হাঁহি মাৰিলে।

সেই হাঁহিত যেন আছিল এক অনন্ত যুগৰ বেদনা, যদিও সেই উচ্ছল হাঁহিত আছিল পাহাৰে পাহাৰে পৰ্বতে ঠেকা খাই কুলু কুলু সুৰ তুলি বৈ অহা নিজৰাৰ আৰুহ সঙ্গীত। তুলিকাৰ হাঁহিত হৰিশ চক খাই গ'ল।

'জানে, কেতিয়াবা কাৰোবাৰ কথাত মই আচৰিত হৈ যাওঁ। বাৰু—সেই কথা বাদ দিয়ক। মোক আপুনি 'তুলি' বুলি মাতিব। মই আপোনাক 'দাদা' বুলি মাতিব পাৰিমনে? 'নিশ্চয়।' —তুলিকাৰ এই প্ৰগলভতাত হৰিশ কিছু চিন্তান্বিত হ'ল। এই মানুহজাক সি আজিও চিনি পোৱা নাই। সেই স্কুলীয়া দিনৰ পুতলীৰ পৰা আৰম্ভ কৰি শান্তা, ললিতা, শ্যামলী—কত জাকক সি লগ পালে? কিন্তু আজিও সি ধৰিব নোৱাৰিলে। আৰু কমী? সেয়া এক অসহ্য বেদনা।

অথচ এই তুলি? তাৰ সমুখত ঠিয় হৈ তাৰ উত্তৰলৈ অপেক্ষা কৰি আছে।

'বলক দাদা আৰু কি?'

অগত্যা সি তুলিকাক লৈ ভিতৰলৈ যাব লগা হ'ল। এক গভীৰ সন্ধিক্ষণত সি উপস্থিত। আজি এই সন্ধিয়া সি আৰু এই ছোৱালীজনী তাৰ ঘৰত অকলশৰে। কাইলৈ এই কথা এই চাইটৰ

সকলোৱে জানিলে তাৰ কি হ'ব? এই কৰ্মক্ষেত্ৰ, আনকি গোটেই বিভাগটোতে তাৰ এটা সন্মান আছে। তদুপৰি এতিয়া বৰচাহাবেও তাক শেষ কৰো কৰো কৰিয়েই আছে। তাৰ খুব ভয় লাগিল— এটা দেহা কঁপি যোৱা ভয়।

তুলিকাই কিন্তু সকলো সহজভাবেই লৈ লৈছে। অলপ পিচতে চাহ লৈ তাই ভিতৰ সোমাল আৰু হৰিশলৈ চাহ আগবঢ়াই দিলে।

'জানে দাদা' তুলিকাই ক'লে—'আপোনাৰ সমান মোৰো এজন দাদা আছিল। সি মোক খুব মৰম কৰিছিল। সি থাকিলে আজি মই এইদৰে....'। সি জীয়াই থাকিলে আপোনাৰ সমানেই হ'লহেঁতেন। তুলিকাই আপোন মনে কৈ গ'ল—

কেতিয়াবা কেতিয়াবা এনে কিছুমান মানুহ পাই যাওঁ যাক নিজৰ খুব আপোন আপোন যেন লাগে। তেতিয়া মই ভাগি পৰো। এই জীৱনটোত আৰু কিমান অভিনয় কৰিম দাদা? আপুনি দেখোন চাহ খোৱাই নাই? বেয়া হৈছে নেকি?

নাই নাই, চাহত চুমুক দি হৰিশে ক'লে—'খুব ভাল হৈছে। কিন্তু মই ভাবিছো এটা কথা।'

'কি?'

'তুমি এই পাষণ্ডটোক কেনেকৈ লগ পালা? সি তোমাক কেনেকৈ এৰি গ'ল দেখিলানে?'

'ইটচ্ নট ডি অনলি টাইম। কিমানবাৰ হৈছে? আই এম ইউজড্ টু ইট।'

'কিন্তু কিয়?'

তুলিকা হঠাৎ গম্ভীৰ হৈ গ'ল। তাই আপোনমনে আৰম্ভ কৰিলে।

'এজনী ছোৱালী আছিল। তাই সকলে পৰা গান, নাচ আৰু অভিনয় কৰি ভাল পাইছিল। আপোনাৰ শুনি আমনি নালাগেতো?'

'উঁহো।'

তুলিকাৰ এই অৱস্থাৰ কাৰণে তাই কাকো জগৰীয়া নকৰে— মাথো কৰে নিজৰ ভাগ্যক। তুলিকাৰ দেউতাক চহৰৰ এজন দৰ্জী আছিল খাটি খোৱা মানুহ, তাতেই সন্তুষ্ট। ছটা ল'ৰা-ছোৱালীৰে এখন বিৰাট সংসাৰৰ বোজা মানুহজনে বহন কৰি মানুহজন দিনে দিনে কুঁজা হৈ গৈছিল অৱশ্যে তেওঁৰ এটাই সন্তুষ্টি আছিল যে ল'ৰা-ছোৱালী আটাইকেইটা পঢ়া-শুনাত ভাল। তুলিকাই তেতিয়া দ্বিতীয় বিভাগত মেট্ৰিক পাচ কৰি কলেজত নাম লগাইছে। ভায়েক ৰমেনে মেট্ৰিক দিব। বাকী সৰু সৰু কেইটা স্কুলৰ আন আন ক্লাছত পঢ়ি আছে। ঠিক এই সময়তে পৰিয়ালটোলৈ এটা বিপৰ্য্যয় নামি আহিল। বাপেকক পুৰণি বাত-বেমাৰটোৱে প্ৰায় পঙ্গু কৰি পেলালে। লগতে অত্যাধিক চাহ খোৱাৰ ফলত পেটৰ বিষ।

মেচিন এতিয়া সদায় নচলা হৈ আহিল। চহৰত সকলো কিনা অৱস্থাত আৰু আনপিনে আয়ৰ পথো শেষ হৈ অহাত তুলিকাই বাধ্য হৈ কলেজৰ পঢ়া সিমানতে ইতি কৰি কিছুদিন [illegible]ৰি বিচাৰিলে। কিন্তু সকলোতে আন সকলোপিনে উত্তম হ'লেও আৰু এটা বেলেগ বস্তু লাগে—সেইটো হৈছে টকা। সেই টকাৰ মথো পৰিমাণটো বেলেগ বেলেগ—অথবা লোৱাৰ কায়দাও বিভিন্ন। তুলিকা বাধ্য হৈ প্ৰত্যেক ঠাইৰে পৰা বিফল মনোৰথ হৈ উভতি আহিল। কিছুদিন তাই টিউচন কৰিও চলালে। কিন্তু টিউচনৰ টকাৰে এটা বিৰাট পৰিয়ালৰ বোজা লোৱা—তদুপৰি বেমাৰী বাপেকৰ চিকিৎসা কৰা তাইৰ কাৰণে অসম্ভৱ হৈ পৰিল। তাই প্ৰায় চকুৰে অন্ধকাৰ দেখিলে।

শেষত তাই পালে আন এটা সন্ধান। এটা থিয়েটাৰৰ দলে ছোৱালী লব। তাইৰ স্কুলীয়া দিনত অভিনয় কৰাৰ অভিজ্ঞতাৰে তাই সেই ভ্ৰাম্যমান নাট্যগোষ্ঠীৰ ওচৰত হাজিৰ হ'লহি। প্ৰাথমিক পৰীক্ষাৰ পিচত নাট্যদলে তাইক লৈ ল'লে—মাহে ডেৰশ টকাকৈ প্ৰথমতে। অভিনয় ভাল হ'লে দৰমহা বঢ়াবো প্ৰতিশ্ৰুতি মালিকে দিলে।

'কিন্তু এই জীৱনো বৰ কষ্টৰ দাদা।'

এবো নাপালু বুঝিছে—গৰম চিঙ্গাৰা পাই তাকেই লৈ আহিলো। তাৰ পিছত তুলিকালৈ চাই ক'লে 'কি চুকুৰী? চাহাবৰ জগত বাং-চিং হ'ল? মোহনৰ মাতত আছিল এৰ অশ্লীল ইঙ্গিত যিটো তুলিকা আৰু হৰিশ দুয়ো ভাল নাপালে।

তুলিকাইতো কৈয়েই পেলালে

চিঃ মোহনদা, সকলো সময়তে ধেমালি নকৰিবা। সকলো তোমাৰ মহন্ত চাহাব নহয়।

তুলিকাৰ কথাত মোহনৰ খং উঠি গ'ল। সি ক'লে—আলবৎ কৰিম। 'ইউ আৰ মাই চেক্ৰেটাৰী।'

মোহনৰ ঊদ্ধত্যত তুলিকাৰ চকুপানী ওলাল। তাই কান্দি কান্দি ক'লে। 'মোক তুমি এই কথা ক'লা? কিন্তু শুনা; তুমিও বেছি আগ নাবাঢ়িবা—তোমাৰো বহু কথা মই জানো।'

'আৰে আৰে আৰে' তুলিকাৰ এই কথাত মোহন চূণ পৰা জোকৰ নিচিনা হ'ল। কিন্তু সি চালাক ব্যৱসায়ী। তৎক্ষণাৎ সি কথা ঘূৰাই ক'লে—'আৰে, কিযে হোল? কথা কওতে গৰম চিঙ্গাৰা এতিয়া ঠাণ্ডা হই যাব। এই লোৰা;'

অনন্ত ওলাই আহিল।

'নে এই ঠোঙ্গা নে। আৰু চাহ জলদি।'

ঠোঙাটো লৈ অনন্ত ভিতৰ সোমাই গ'ল। একো প্ৰসঙ্গ নকৰাকৈ মোহন বহি পৰিল। তাৰ পিচত সি ভোৰ-ভোৰাবলৈ ধৰিলে—'এই কাৰ্ণে মই লেডী চেক্ৰেটৰী নাৰাখো। বহুৎ লেঠা চাহাব—বহুত লেঠা।'

চাহ আহিল, চিঙ্গাৰা আহিল। আগৰ দৰে তুলিকাই উঠি গৈ চাহ দিয়াত সহায় নকৰিলে। তাই আনমনা হৈ বাহিৰলৈ চাই ৰ'ল। তাইৰ মুদ দেখি মোহনেও তাইক জোকাবলৈ সাহস নকৰিলে। গোটেই পৰিস্থিতিটো অস্বস্তিকৰ হ'লেও হৰিশে সহ্য কৰিবলগীয়া হ'ল বাতি দহ বাজিলগৈ। মোহন যাবলৈ ওলাল। সৌজন্যতা

দেখুৱাই হৰিশ গেটৰ ওচৰলৈ আগবাঢ়ি আহিল। মোহনে তাক একাষৰীয়াকৈ মাতি নি আঁকৌ ক'লে—'চাব, মেটেলৰ কথাটু আৰু অলপ ভাবি চাব। মোৰ খুব টকাৰ দৰকাৰ।'

হৰিশে একো উত্তৰ নিদিলে। তুলিকাই একো নামাতি গাড়ীত বহিলগৈ পিছে পিছে মোহন। এসময়ত ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট দিলে। পিছ চিটত বহি থকা মোহনে হাত বাও দিলে। তুলিকাও এক নীৰস হাঁহি মাৰি বিদায় ল'লে।

হৰিশৰ মনত তেতিয়া অলেখ চিন্তা—মোহন, মেটেল, বৰচাহাব, ৰুমি, তুলি—ইমানবোৰ।

তুলিকাৰ প্ৰতি তাৰ প্ৰথম যি ঘৃণা আছিল এতিয়া সেয়া পুতৌলৈ পৰিৱৰ্তিত হ'ল। ইমান কম সময়তে তাই ইমান তোলপাৰ লগাই গ'ল?

## সাত

কি দুখ দেলাহে মোৰে,
—নীলাঞ্চল গিৰি জগন্নাথ।
দক্ষিণে বঙ্গোপসাগৰ,
উত্তৰে পুৰী চহৰ।
মধ্যে স্থিতে চাই প্ৰভু,
দেখু অচি অবিৰত।

এটা সৰু কেৰাচিনৰ চাকিৰ পোহৰত সেই সৰু ঝুপুৰীটোৰ ভিতৰত ভাত বান্ধি আছিল শ্যামসুন্দৰ বুঢ়াই। ওচৰত কেইডালমান কচুশাক আৰু বনপাত এখন এলুমিনিয়ামৰ থালত কুটি ৰখা আছিল।

ভাত উতলি আছিল। শ্যামসুন্দৰ বুঢ়াই কাঠৰ হেতা এখনেৰে ভাত-লৰাই লৰাই গান গাই আছিল।

কুৱেৰীলৈ সন্ধিয়া নামি আহিছিল। বনুৱাবোৰৰ খেৰৰ পঁজাবোৰত টিপচাকিবোৰ জ্বলি উঠিছিল। কুৱেৰীৰ শিলভঙা ঠুং ঠুং ঠাং ঠুং শব্দবোৰো ক্ষীণ হৈ আহিছিল। সি আহি আছিল জীৱনদাসৰ লগত কুৱেৰীৰ পৰা ব্লাষ্টিঙৰ হিচাবটো লৈ। এই কেইদিন খুব সাৱধান হ'ব লগা হৈছে। লামডিঙৰ ওচৰৰ কোনো এটা ৰেল দুৰ্ঘটনাত কুৱেৰীৰ ডিনামাইট পোৱা গৈছে হেনো সেয়ে লৈ বৰচাহাবৰ পৰা আৰম্ভ কৰি কাৰো চকুত টোপনি নাই। সকলো ব্লাষ্টিং হৰিশৰ চকুৰ আগত হ'ব লাগিব হেনো।

প্ৰায় ত্ৰিশ বোমা ফুটাই সি আহি আছিল। এনেতে শ্যামসুন্দৰ বুঢ়াৰ গান শুনি সি বৈ গ'ল আৰু শ্যামসুন্দৰৰ কেম্পৰ পিনে আগবাঢ়ি গ'ল। বুঢ়া যদিও বুঢ়া হৈছে তথাপি তাৰ কণ্ঠ এতিয়াও সুললিত।

'কিহে শ্যামসুন্দৰ—খানা খাওছি?' হৰিশে সুধিলে।

'হা বাবু, কি আৰ কৰিব? দুটা খাইকিৰি বিশ্ৰাম লেব।'

এটা দীঘলীয়া খেৰৰ ঘৰৰ এটা মূৰে শ্যামসুন্দৰ থাকে। তাতে তাৰ সৰু সংসাৰখন। এটা কোণত মাটিৰ সৰু চৌকা এটা। এপিনলৈ শুদা মাটিৰ ওপৰতে ধানখেৰ কিছুমানৰ ওপৰত দুখন কাপোৰেৰে তাৰ বিচনাখন। বালিচ বুলিবলৈ এটা মলিয়ন তেলচিকতি ধৰা চেপেতা গাৰু। ওচৰতে শিলভঙা হাতুৰী দুটা আৰু কেইটামান বেতৰ টুকুৰী।

'শ্যামসুন্দৰ।'

'বাবু।'

'ইমান কষ্ট কৰি আছা? ঘৰলৈ নোযোৱা কেলেই?'

'ঘৰ অ'? কোন অ' আছি ঘৰ অ'?

'সৌ সিদিনা তোমাৰ ইমান এটা অসুখ হৈ গ'ল? কিবা এটা হ'লে কি হ'ব?

'মৰিলে মৰিব আৰ। কি আৰ কৰিব।'

সেই একে কথা। শ্যামসুন্দৰৰ অলপতে বৰ টান গ্ৰহণী হৈ শেতেলীতে মলমূত্ৰ ত্যাগ কৰাৰ অৱস্থা আহিছিলগৈ। ভাগ্যে হৰিশ আৰু বেনু-সোমে মিলি দহমাইল দূৰৰ ডাক্তৰ আনি প্ৰায় এমাহ চিকিৎসা কৰাৰ পিচত সি ভাল হ'লগৈ। কিন্তু তাৰ কাম কৰাৰ ক্ষমতা বহুদিনলৈ নাথাকিল। সোমবাবু, হৰিশ আৰু বহুতৰে ধাৰ-ধুপাৰ কৰি আৰু এমাহ চলালে। এতিয়া অলপ কাম কৰিব পৰা হৈ সি আকৌ হাটুৰী আৰু বেলচাৰ হাতত লৈছে।

অথচ এই শ্যামসুন্দৰ বুঢ়াৰ সকলো আছে। ল'ৰা এটাই মিলিটেৰীত কাম কৰে। এটাই খেতি-বাতি চলায়। শ্যামসুন্দৰে শিল ভাঙিবলৈ ইমান দূৰ আহিবৰ দৰকাৰ নাছিল। কিন্তু কি জানো হ'ল? ঘৈণীয়েক মৰাৰ পিছতে শ্যামসুন্দৰৰ সংসাৰ অসাৰ অসাৰ যেন লগা হ'ল। ঘৈণীয়েকৰ কাজ-কাম কৰি সি সুদূৰ অসমলৈ ঢাপলি মেলিলে। এতিয়া তাৰ দুয়োটা পুতেকে ইমান জোৰ কৰি মাতিলেও সি আৰু ভৱিষ্যতলৈ ফিৰি নাযায়।

বেনু-সোমে এদিন শ্যামসুন্দৰ মহাপাত্ৰৰ কাহিনীটো কৈছিল। উৰিষ্যাৰ পুৰী জিলাত তাৰো এখন সুখৰ সংসাৰ আছিল। তাৰ দুটা পুতেকৰ সৈতে মাটি-বাৰী লৈ তাৰ সংসাৰ চলি গৈছিল। কিন্তু দুৰ্দিন আৰম্ভ হ'ল যেতিয়া সি তাৰ বৰপুতেকলৈ বিয়া কৰালে। প্ৰথমে ঠিকেই আছিল যদিও আপোনপেটা বোৱাৰীয়েকৰ অত্যাচাৰত শ্যামসুন্দৰে বৰ পুতেকক বেলেগ কৰি দিলে।

মিলিটেৰীত কাম কৰা সৰু পুতেকে এইবোৰ দেখি ঘৰলৈ অহা বাদ দিলে। ঘৈণীয়েকৰ বুদ্ধিত সহজ-সৰল শ্যামসুন্দৰৰ পৰা সকলো-খিনি মাটি-বাৰী নিজৰ কৰি বুঢ়া বাপেকক প্ৰায় ঘৰৰ পৰা বাহিৰ কৰি দিয়াৰ নিচিনাকৈ ঘৰৰ একোণত ঠাই দিলে। অতি কষ্টেৰে চলি গৈছিল শ্যামসুন্দৰৰ সংসাৰ। ঠিক এই সময়তে গাঁওত বসন্ত মহামাৰীয়ে দেখা দিলে। শ্যামসুন্দৰৰ ঘৈণীয়েক আৰু বোৱাৰীয়েক আক্ৰান্ত হ'ল। শেষত কেইদিনমান আগা-পিচাকৈ দুয়ো সিপুৰীলৈ

যাত্ৰা কৰিলে। এই দুৰ্ঘটনাত শ্যামসুন্দৰ এনে মৰ্মাহত হ'ল যে বৰ-পুতেকৰ হাতত বাকী সকলোবোৰ সঁপি দি শ্যামসুন্দৰ ঘৰৰ পৰা ওলাই আহিল। বৰপুতেকে সম্ভৱ নিজৰ ভুল বুজিব পাৰি শ্যামসুন্দৰক লগত ৰাখিবলৈ বিচাৰিছিল কিন্তু শ্যামসুন্দৰ নাথাকিল। প্ৰথমে ঠিকাদাৰৰ লগত মোৰকং চেলেক ৰেল লাইনত মাটি কটাৰ কামত কিছুদিন কটাই দিলে। তাৰ পিচত অ'ত ত'ত কৰি এতিয়া শ্যামসুন্দৰ এই এই কুৰেৰী পাইছেহি।

'কিন্তু শ্যামসুন্দৰৰ দুখ ক'ত জানেনে ছাৰ?'

'কওঁকচোন।'

'যি বেটীয়ে সম্পত্তিৰ লোভত নিজৰ শহুৰ-শাহুকেই পুতেকৰ শত্ৰু কৰি তুলিলে সেই বেটীকে কালে এদিন হৰণ কৰি লৈ গ'ল'

'এয়ে জগতৰ নিয়ম সোমবাবু। যাৰ ভোক আছে সি খাব নাপায়। ৰসগোল্লাৰ দোকানী কিন্তু বহুমূত্ৰ ৰোগী।' শ্যামসুন্দৰে দুজন বাবু তাৰ পঁজাত উপস্থিত হোৱাত অলপ আচৰিতেই হ'ল—'বাবু কি কামে আউঠিলা?'

'একো নাই। প্লাষ্টিঙৰ হিচাব লবলৈ গৈছিলো। তোমাৰ গান শুনি সোমালো।'

'আপমান ভদ্ৰলোক আউঠিলা। মোৰ অ' ঘৰে কুছ নাই। এক অ' পান অ' খাই জিবি—' শ্যামসুন্দৰ ব্যস্ত হৈ পৰিল। 'নাই নালাগে। এই বুঢ়া বয়সত ইমান কষ্ট কৰাৰ কি দৰকাৰ? ঘৰলৈ যোৱাগৈ।'

'সে হেবে নাহি বাবু—এজীবনে সে হেবে নাহি।'

কিমান বেদনা বুকুত লৈ বুঢ়া শ্যামসুন্দৰ এই কুৰেৰীত পৰি আছেহি? ঘৰলৈ গৈয়েই সি পাব কি?

এখন সংসাৰতকৈ এই নিৰ্জন জনমানৱহীন কুৰেৰীতে শ্যামসুন্দৰে শান্তি পাইছে। সেয়ে সি ঘৰলৈ যাব নোখোজে।

শ্যামসুন্দৰৰ পঁজাৰ পৰা সিঁহত বৈতিয়া ওলাই আহিছিল তেতিয়া গোটেইবোৰ এন্ধাৰে আবৰি ধৰিছে। দূৰৈত কৰবাত শিয়ালে হোৱা দিছিল। এঠাইত একুৰা ভাঙৰ জুই ধৰি সকলোবোৰে আৱৰি কন-কনীয়া শীত দূৰ কৰিছে। এয়াও এখন সৰু ভাৰতবৰ্ষ—বিহাৰী ৰাম ভজনৰ দল, গাৰো ব্ৰণচন মাৰাক আৰু তাৰ পৰিয়াল, অসমীয়া মহেন্দ্ৰ কলিতাৰ হোলমেনৰ দলটো, বঙালী শেখৰ পুৰকায়স্থৰ পৰিয়াল, এই গোটেইবোৰেই প্ৰায় জুইৰ কাষত। লগতে শ্যামসুন্দৰ মহাপাত্ৰৰ ঘৰৰ পৰা ভাঁহি অহা করুণ সুৰ।

দুঃখ নাশন গরুড়াসন,
প্ৰভুহে, দুঃখ জানাইবি কাহাকো।
দীন নাথ ঠাউ আন্ধাৰ হইলে
এ নিন্দা হইব কাহাকু।
অজামিল নামে মহাপাপী
তৰি গৈল পুত্ৰ নামকো জপি।
শ্ৰীবসে ব্ৰাহ্মণ লাট মাইলে
সুদে ধৰিয়াছ তাহাক।

শ্যামসুন্দৰৰ আকূতি জানো প্ৰভুৱে শুনিছে ?

# আঠ

বহুদিনৰ মূৰত আকৌ চেনীৰাম শইকীয়া ওলালহি। বাছৰ পৰা নামি কুৰেৰীলৈ এইখিনি পথ খোজ কাঢ়ি আহিছে। কান্ধত এটা সৰু টোপোলা, হাতত টিনৰ চুটকেচ, ডিঙিত মোটা নীলা-ৰঙা উলৰ মাফলাৰ আৰু মূৰত টুপী। শইকীয়াৰ গোটেই দেহ ধূলিময়। হৰিশ

ওলাই গৈছিল কুৱেৰীৰ পিনে। এনেতে টিনৰ চুট্‌কেচ আৰু টোপোলা মাটিত ৰাখি শইকীয়াই এটা মিলিটেৰী কায়দাত চেলুট দিলে।

'গুড মর্ণিং চাৰ।'

'শইকীয়া দেখোন? ক'ৰ পৰা? কেনেকৈ?'

ডিৰেক্ট ফ্ৰম মাজুলী চাৰ। ট্ৰেন্সফাৰড এণ্ড পুত টু হেল। শুনিলো। চাৰ ইজ হিয়াৰ?

'এৰা আজি তিনিমাহ।' বলক মোৰ তাতে বহি হাত-মুখ ধুই লব।'

'বলক চাৰ' শইকীয়া ওলাল 'ভেৰি লনলি প্লেচ নহয় চাৰ?'

'এৰা—'

লনলি প্লেচ এণ্ড এ লাভ্‌লি গার্ল। ভেৰি মানে ভেৰি—মানে মানে—।'

'থ্ৰিলিং—নহয়নে?

'একজেকট্‌লি চাৰ। ইউ মাই মাইণ্ড টেল।'

'আহক আহক, হাত-মুখ ধুই কথা হ'ম।'

দুয়ো আহি হৰিশৰ পিছ চোতাল পালেহি। শইকীয়াই বস্তু-বাহানিবোৰ থৈ হাত-মুখ ধুবলৈ লাগিল। তাৰ পিচত কমালেৰে মুখ মচি, চুলিকেইডাল ফণিয়াই ফণিয়াই চকীত বহিলহি।

'চাৰ ন মেৰেজ ষ্টিল?'

'না শইকীয়া।'

'এৰেঞ্জ এ গার্ল—ন' লাইফ কিপিং এল'ন।

ভেৰি ট্ৰেজেদি।'

'নাপালেনো কি কৰিব? বাৰু এতিয়া আপোনাৰ ট্ৰেন্সফাৰৰ ঘটনাটো কওঁকচোন।'

'লং ষ্টৰি চাৰ। কিন্তু এটা বিকুৱেষ্ট—কাকো কাজিয়া নকৰে যেন। টপ চিক্ৰেট।'

'তেনেকুৱা কাম মই কৰিম বুলি ভাবেনে?'

নাভাবো চাৰ—কিন্তু স্লিপ বিটুইন কাপ এণ্ড দি লিপ।'

শইকীয়া তেতিয়া মাজুলী কমলাবাৰী ঘাটৰ মহৰী। চাহাব সকলৰ ফাই-ফৰমাচ খাটি শইকীয়াৰ প্ৰাণান্ত। কাবোবাক পিউৰ মাষ্টাৰ্ড অইল, কাবোবাক মাগুৰ ফিচ আৰু এচানকতো মাহে দুমোন জহা ৰাইচ।

'চাওক চাৰ, দৰমহা পাওঁ কেইটা? মাহে দুমোন জহা ৰাইচ দিও ক'ৰ পৰা? কিন্তু তেওঁ হ'লে পইচা দিয়ে।'

'দিয়ে যদি আপত্তি ক'ত?'

মই কিনো কেজিত থ্ৰি ৰুপীজ আৰু তেওঁ দিয়ে সেই মান্ধাতা যুগৰ কেজিত ওৱান ৰুপী ফিফটি কৈ।

'গতিকে—'

'এই জহা ৰাইচেই আপোনাৰ ট্ৰেন্সফাৰ কৰালে?'

'নহয় চাৰ, লিকুইড বাটাৰ। ই মোৰ জীৱন লিকুইড কৰি দিলে।'

'কেনেকৈ?'

'এজনৰ লাগে সপ্তাহত দুই কেজিকৈ লিকুইড বাটাৰ। দি আছো চাৰ, দি আছো '

'পিচে—?'

'মোৰ ইঞ্জিন ফেইল হোৱাৰ অৱস্থা। শেষত কেইসপ্তাহমান পলাই ফুৰিছো। কিন্তু এদিন চাহাবৰ লগত ফেচ টু ফেচ।'

'তাৰ পিচত?'

মোক দেখি চাহাব গিজ-গিজাই উঠিল। ক'লে—তুমি ইমানদিনে ক'ত আছিলাহে? মই তোমাক বিচাৰি লিকুইড বাটাৰৰ টিং লৈ ঘূৰি ফুৰিছো। নিয়া এই টিং।' 'কিন্তু চাৰ—ইয়াততো আজি-কালি লিকুইড বাটাৰ নাপায়?'

—মই ক'লো।

কি কথা কোৱাহে? মাজুলীৰ লিকুইড বাটাৰেৰে গোটেই অসম লিকুইফাই হৈ আছে? মোৰ লগত কি ধেমালি কৰিছা?'

'ঘৰ মোৰ আছিল সুদূৰ চিন্তোনত
এতিয়া মই অসমত পৰি ৰ লাহি।'

'এই পেটৰ কাৰণেই সকলো শইকীয়া।'

'এৰা চাৰ—ভিচ বেলি, ভিচ বেলি ইজ দি কট। চাওঁকচোন সি নেপালৰ পৰা আহি এইখিনি পাইছেহি।'

সিপিনৰ পৰা সোমবাবু আহি আছিল। হাতত তেওঁৰ শিলৰ হিচাবৰ খাতাখন। সোমবাবুৱে তাক দেখি নমস্কাৰ জনালে। তাৰ পিচত গাঁতত কাম কৰি থকা নেপালীটোৰ পিনে শিলৰ হিচাব লবলৈ আগবাঢ়িল।

'কি বীৰ বাহাদুৰ? আজিহে আহিছ?'— সোমবাবুৱে কাম কৰি থকা নেপালীটোক সুধিলে।

'জী চাহাব' বীৰবাহাদুৰে গাঁতৰ ভিতৰৰ পৰা উত্তৰ দিলে।

'ভবিষ্যৎ খাৰাপ থা।'

'খাৰাপ নহ'বনে? বজাৰ আহলেই তইঁতৰ ভবিষ্যৎ খাৰাপ হয়।'

'ক্যা কৰেগা চাহাব?'—সি আপোনমনে গান গাই গ'ল।

"ঘৰকো কুৰা ৰেলিমাই চমঝেৰ মনকুঞ্চ
মনকো কুৰা ৰেলিমাই ভনেৰ কে হুঞ্চ?"
ঘৰৰ কথা ৰেলিমাই মনত পৰিলে মন কান্দে,
মনৰ কথা ৰেলিমাই ক'লেনো কি হ'ব?

'আহ এতিয়া হিচাবটো দেহি।' —সোমবাবুৱে বীৰবাহাদুৰক মাতিলে। বীৰবাহাদুৰে ক'লে—'হুই গিয়া চাহাব। অউৰ থোড়া।'

সোমবাবুৱে ঘূৰি হৰিশলৈ চাই ক'লে— 'নকব চাৰ, এই মদেই ইহঁতক খালে। এই বীৰ বাহাদুৰে যোৱা সপ্তাহত ডেৰশ টকা নি দুদিন পিচতে আকৌ মে ৰ ওচৰত হাজিৰ হ'লহি। মই তাক প্ৰথমেই কৈছিলো—কেইটামান টকা ৰাখি থা।

সি শুশুনিলে—ক'লে, সি হেনো গৰম কাপোৰ কিনিব।

'গৰম কিনিলেনে?'

'ক'ত বিনে? এই ভাটিখানাৰ মালিকৰ পেটলৈ গ'ল। তাৰ পিছত তাৰ ভবিষ্যৎ খাৰাপ। এতিয়া এয়া।'

"পাৰিজাত ফুল ফুলো বাচনা বহাট।
হ্যাম্রো জীৱন এটে বীটো সংসাৰমা আই ববিলাই।"
পাৰিজাত ফুল ফুলিল গোন্ধ বিয়পি গ'ল।
আমাৰ জীৱন এনেয়ে গ'ল এই সংসাৰলৈ আহি।

সোমবাবুৱে ক'লে—'যি কুৱেৰীত এবাৰ প্ৰৱেশ কৰিছে তাৰ ৰক্ষা নাই। মদ, জুৱা আৰু ব্যাভিচাৰে সকলোকে শেষ কৰি পেলায়। শেষত সি দেখে সকলো শূন্য—সকলো শূন্য।'

মদ আৰু জুৱা—লগতে কালনিশাৰ হাতছানি। এয়ে কুৱেৰীৰ সমাজখন। ভাল পানী আৰু স্বাস্থ্যকৰ পৰিবেশৰ নিতান্ত অভাৱ। প্ৰত্যেকৰে গেষ্টিক, ডিচেণ্ট্ৰি আৰু এটা এৰা নিদিয়া পেটৰ অসুখ। তদুপৰি গৰম ৰ'দত কাম কৰি টাইফইড আৰু মেলেৰীয়াৰ চিকাৰ। ঠিকাদাৰক মাথো কাম লাগে, টকা লাগে—লাগিলে তোমাৰ জীৱনৰ বিনিময়তেই হওঁক। বেচি অসুখ হ'লে ইহঁতে চৰকাৰী ডাক্তৰখানাৰ পিল খায়। অলপ ভাল হ'লেই ডাক্তৰখানালৈকো পিঠি দিয়ে। কাৰণ শিল ভাঙিব লাগিব—শিল নাভাঙিলে পেট নভৰে। এনেকৈয়ে এদিন ইহঁত মৰি থাবে—যেনেকৈ মৰিছিল শবৰী বুঢ়ী।

ইয়াতকৈও ভয়ঙ্কৰ হ'ল যৌন ব্যাধি আৰু যক্ষ্মা। গোটেই দিনটো শিল ভাঙি সন্ধিয়া সিহঁত ওলায় নিশিকান্তৰ দোকানলৈ। তাতেই গোটেই দিনৰ অৰ্জন শেষ। তাৰ পিছত টলং-পলংকৈ পঁজা ওলাবহি। ৰাতি য'তে ত'তে পৰি থাকিব নিঃসাৰ হৈ। সাৰ পোৱাৰ পিছত আকৌ ব্লাষ্টিং কৰ্ড, হাতুৰী, ড্ৰিল বড লৈ শিলৰ বুকুত খুঁট খুঁট, খুঁট খুঁট। এইদৰে কাম কৰোতে সন্ধিয়া সন্ধিয়া জ্বৰ উঠা হ'ব। লগতে কাঁহ। কিছুদিন পিছত কাঁহৰ লগত তেজ।

সেই শবৰী বুঢ়ীৰো কাহিনী ঠিক এনেকুৱাই আছিল। তাই শ্যামসুন্দৰ মহাপাত্ৰৰ লগে শিল ভাঙি খাই আছিল। ঘৰত তাইৰ

সতীয়া পুতেকৰ বাহিৰে কোনো নাছিল। এদিন কাজিয়া লাগি সতীয়া পুতেকে তাইক ঘৰৰ বাহিৰ কৰি দিলে। কিছুদিন থুঁজি-মাগি দিন কটালে। তাৰ পিছত এদিন বেলে বেলে ভিক্ষা কৰি অসম পালেহি। কোনোবাই বুদ্ধি দিলে 'কুৰেৰীত শিল ভাঙ, টকা পাবি।' সেয়ে এদিন তাই এই সৰ্বগ্ৰাসী শিল কুৰেৰী সোমালহি।

টকা অৱশ্যে তাই পাইছিল। শেষত এদিন তাইক এই বেমাৰটোৱে পালে। শৰবিদ্ধ হৰিণৰ দৰে বুঢ়ী বেমাৰটো লৈ কিছুদিন জীয়াই থাকিল। তাৰ পিছত যেতিয়া আৰু চলিব নোৱাৰা হ'ল তেতিয়া বুঢ়ী পঁজাৰ ভিতৰতে কেলধেপ্ কেলধেপ্‌কৈ জীয়াই থাকিল। কুৰেৰীৰ মানুহবোৰে ছান্দা তুলি আৰু কিছুদিন বুঢ়ীক জীয়াই ৰাখিলে।

এদিন শিউপূজনৰ ঘৈণীয়েকে বুঢ়ীক চাহ দিবলৈ গৈ দেখে যে বুঢ়ীয়ে কুণ্ডলী পকাই পৰি আছে। মাতবোল নাই। বুঢ়ীৰ আৰু চাহ-ভাতৰ দৰকাৰ নহ'ল। বুঢ়ীৰ আত্মা তেতিয়া অনন্ত যাত্ৰাত।

আৰু যৌনব্যাধি? ব্ৰনচনৰ পৰিয়ালৰ লগ লাগিলহি। তাৰ থুলশালীয়েক পামেলা। গিৰিয়েকে তাইক এৰি দিছে। সেয়ে একো উপায় নাপাই তাই আহিছিল ব্ৰনচনৰ পৰিয়ালৰ লগতে শিল ভাঙিবলৈ। ইয়াতে লগ পালে দেচুৱালী চান্দীৰামক। চান্দীৰামৰ পামেলাক ভাল লাগি গ'ল। কিছুদিন সি পামেলাৰ পিছে পিছে ঘূৰিলে। শিলো ভাঙিলে ব্ৰনচনৰ পৰিয়ালৰ ওচৰতহে ভাঙে, এদিন হৰিশে শুনিলে পামেলাৰ চান্দীৰামৰ লগত বিয়া হৈ গ'ল। বিয়া মানে সাধাৰণ—দুয়ো কুৰেৰীৰ এটুকুৰ ওখ ঠাইত বহিল। সকলোৱে এমুঠি এমুঠি চাউল ছিটালে—হৈ গ'ল বিয়া। পামেলা চন্দীৰামৰ পঁজা সোমালগৈ।

ইয়াৰ পিছৰ ঘটনা ভয়াবহ। কিছুদিন পিছত পামেলাৰ গোটেই দেহা ৰঙা ৰঙা চকাৰে ভৰি গ'ল। তাইৰ জ্বৰ উঠি বিছনা ল'লে। এইবোৰ দেখি এদিন ৰাতি চান্দীৰাম পলাল। বেমাৰী পামেলাক ব্ৰনচইঁতে আকৌ নিজৰ পঁজালৈ আনিলে। পলোত ভৰাই তাইক

ডাক্তৰখানালৈকো লৈ গ'ল। ডাক্তৰে দেখিয়েই ক'লে—"চিকিৎসিচ, সোনোকালে জিলাৰ হস্পিটেললৈ নে।'

কিন্তু কোনে নিব? নিবলৈ গ'লে কোনে ইয়াত শিল ভাঙিব? শেষত সেই বেমাৰটো লৈ লৈ এদিন পামেলা মৰি থাকিল।

কুৰেৰী? শিল ভঙা কুৰেৰী?

অভিশপ্ত চম্বলৰ দৰে ইয়াৰো আঁহে আঁহে যেন লুকাই আছে এক বেদনা—তেজৰ বেদনা। যুগ যুগ ধৰি বুকুৰ তেজ লৈ ই জীয়াই থাকে। ইয়াৰ তেজ লাগে। হোলমেন মহেন্দ্ৰ কলিতাৰ ভাষাত—'ইয়াক তেজ লাগে বাবু। মানুহৰ তেজ নাপালে ই নিজে লৈ লয়। সেয়ে ডিনামাইট ফুটি শিল বাগৰি কতজন উৰি যায়—তাৰ কোনে হিচাব ৰাখে?'

সেউতী দাস আহিছিল গেৰেকনি গাঁৱৰ পৰা। তাইক বিনাদোষে গিৰিয়েকে এৰি দিছে। সি হেনো এজনী নতুন মানুহ ল'লে। নিৰুপায় হৈ তাই মাকৰ ঘৰলৈ ঘূৰি আহিল। কিন্তু বিধবা মাকৰ নিজৰে খুঁজি খোৱা অৱস্থা জীয়েকক কিমানদিন পুহিব? আন এটালৈ দিবলৈকো তাইৰ আগৰ পিনৰ পৰা পেটত ছমাহ। কিছুদিন মাকে খুঁজি-মাগি খুৱালে। শেষত তাইৰে বেয়া লগা হ'ল। সেয়ে এদিন তাই ওলাই আহিল শিলভঙা কুৰেৰীলৈ—লগতে মাককো লৈ আহিল। এদিন বাতি কুৰেৰীৰ পঁজাতেই এটা দেৱশিশুৰ আগমন হ'ল।

মাথো সাদিন জিৰণি লৈ সেউতী আকৌ শিল ভাঙিবলৈ লাগি গ'ল। কিন্তু ইমান শিল ভাঙে তথাপি চৰ্দাৰৰ চকুত সদায়েই কম ওলায়।

সেউতী দাসৰ প্ৰসৱ বেদনা আৰম্ভ হোৱাৰ দিনা তাইৰ ওচৰত মাকৰ বাহিৰে আন কোনো আপোন মানুহ নাছিল। আছিল শিলাকুটি ত্যাগবাজনৰ মৈণীয়েক পুনাম্মা। এইছালা মানুহ প্ৰথমতে আহিছিল ব্ৰহ্মপুত্ৰৰ দলঙৰ মাটিৰ কাম কৰিবলৈ। তাৰ পিছত সিহঁতৰ কি মন গ'ল—সিহঁত অসমতে থাকি গ'ল। ইয়াৰ পিছত নানা ঠাই

বাগৰি হুয়ো খান্দাজান কুৱেৰী পালেহি। তাতেই সেউতীৰ লগত চিনাকি। পুনাম্মাই আধা ভঙা হিন্দী কথা কয়—সেউতীয়ে কয় নিভাঁজ অসমীয়া। কিন্তু মৰমে ভাষাৰ হেঙাৰ নামানে। সেই ভাষাৰ প্ৰাচীৰ ভাঙি সেউতী আৰু পুনাম্মাৰ পৰিয়াল বন্ধু হৈ পৰিল। ভঙা ভঙা হিন্দীৰেই পুনাম্মা আৰু ত্যাগৰাজন সেউতীহঁতৰ বহুত ওচৰ চাপি গ'ল। সিহঁতৰ ল'ৰা-ছোৱালী নাই—সেউতীকেই ডাঙৰ জীয়েক কৰি ল'লে।

সেয়ে সেউতী কামলৈ আহিলে তাই কেঁচুৱাটো পুনাম্মা বা মাকৰ ওচৰত এৰি থৈ আহে। এটা ল'ৰাৰ মাক হ'লেও সেউতী ধুনীয়া হৈ আছিল। এদিন তাই মোহন জয়চৰিয়াৰ চকুত পৰি গ'ল। মোহনৰ আজি কিছুদিন ধৰি মুদ ভাল নাছিল। এটা কামত কম ৰেটত টেণ্ডাৰ দি সকলোপিনে মেনেজ কৰি সি এটা মোটা লাভৰ অঙ্ক হিচাব কৰি থৈ দিছিল। কিন্তু মোহনৰেই কি দুৰ্ভাগ্য। সেই সকলো অফিচাৰ বদলি হৈ গৈ মোহনক এটা লেঠাত পেলালে। নতুন কৰ্মকৰ্তা সকলক সি 'চান্দীকা জুটা' মাৰি নিজৰ লাইনলৈ আনিবলৈ চেষ্টা কৰিছিল যদিও গোটেইবোৰ তাৰ লাইনলৈ আহিবলৈ মান্তি নহ'ল। গতিকে এইবোৰ চিন্তাই মোহন জয়চাৰিয়া'ক তাৰ নৰ্মেল মুডত ৰাখিবলৈ দিয়া নাই। ইয়াৰ মাজতে সি চাইটলৈ প্ৰায় তিনিবাৰমান আহিছে—কিন্তু অকলে। আনকি তাৰ চেক্ৰেটৰী তুলিকাও তাৰ লগত নাই।

সেউতীক দেখি তাৰ সুপ্ত সিংহ জাগি উঠিল। এটা ল'ৰাৰ মাক হ'লেও সেউতীৰ জেউতি তেতিয়াও ম্লান হোৱা নাই। কালনিশাৰ হাতছানি তাইলৈ বহুবাৰ আহি আছে। গিৰিয়েকে এৰি দিছে—তাইৰ মনৰ মানুহটো এতিয়া আন এজনীৰ লগত ব্যস্ত হৈ আছে। আনকি নিজৰ পুতেকৰ জন্মৰ খবৰ লবলৈকো অহা নাই। এনে অৱস্থাত কুৰি বছৰীয়া সেউতী বিপথে যোৱাৰ কথা। কিন্তু তাই যোৱা নাই। কেঁচুৱাটোৰ মুখলৈ চাই সকলো লোভ-মোহ দমন কৰি

আছে। মাতৃস্নেহৰ গভীৰতাই তাইক শিল কুৰেৰীত জাপৰী কৰি ৰাখিলেও নিকা কৰি ৰাখিছে।

এই সঙ্কটত সহায় কৰিছে সেই মাদ্ৰাজী পৰিয়াল ত্যাগৰাজন আৰু পুনাম্মাই। ভাষা সংস্কৃতিৰ দেৱাল পাৰ হৈ এই দাক্ষিণাত্যৰ নিঃসন্তান পৰিয়ালটোৱে সেউতীৰ মাজত হয়তো পোপোৱাৰ বেদনাৰ উত্তৰ পাইছে। সেয়ে পুনাম্মাৰ কোলাত সেউতীয়ে ল'ধা ডাঙৰ হ'বলৈ ধৰিছে। বিহুৱে সংক্ৰান্তিয়ে সেয়ে ত্যাগৰাজনে সেউতীলৈ বডা শাড়ী আনে আৰু ল'ৰাটোলৈ ফুলাম চোলা।

সেউতীক দেখি মোহন প্ৰথমতে আচৰিত হ'ল। তাৰ পিছত অবাক—তাৰ পিছত তাৰ খং উঠিল। ইমান দিন সি কুৰেৰীলৈ আহিছে; কোনেও কিয় তাইৰ কথা কোৱা নাই? যত চব ওৱৰ্থলেচ!

অথচ সেউতীৰ দৰে কনমইনা শইকীয়াও থাকিব পাৰিলেহেঁতেন যদিহে—

তাইৰ গিৰিয়েকক বাত আৰু কফৰ বিকাৰটোৱে পঙ্গু কৰি নেপেলালেহেঁতেন।

তাই গিৰিয়েকক এৰি আহিছে হোলোং গাঁৱত। গিৰিয়েক তাইৰ কমাৰ আছিল। ৰাতিপুৱাই উঠি সি কমাৰশালখন খুলি বহি গৈছিল। গাঁওৰ এমূৰে থকা কমাৰশালখনৰ লোহা পিটা শব্দ গাঁৱৰ বাইজে ৰাজনিশালৈকে শুনিছিল। ধন বিত গোটাই এদিন সি কনমইনাক কেৰুমনি পিন্ধাই ঘৰলৈ লৈ আনিছিল।

সি ৰাতিপুৱাৰে পৰা ৰাজনিশালৈকৈ কেঁচা লোহা পিটি খনে খনে জিনিচ তৈয়াৰ কৰিছিল। হাট-বাৰৰ দিনা ভাৰ কৰি লৈ গৈছিল সেই গোটেইবোৰ বজাৰলৈ। এইদৰে তাৰ সংসাৰ সুখেৰেই চলি গৈছিল। এবাৰ কি হ'ল জানো? ঔগুৰিতল বজাৰলৈ গৈ সি বৰষুণত জুলুকি জুলুকি হৈ ভিজিল। তাৰ পিছত তাৰ তীৰকঁপে জ্বৰ উঠিল। এই জ্বৰ থাকিল প্ৰায় পষেক। তাৰ কমাৰশাল বন্ধ থাকিল। তাৰ পিছত তাৰ যেতিয়া জ্বৰ এৰিল তেতিয়া দেখিলে যে তাৰ গাঁঠিয়ে

গাঁঠিয়ে বিৰ আৰু অলপ পৰিশ্ৰম কৰিলেই ভাগৱত দেহা বাইজাই কৰে। সি আৰু কনমইনাই ভাবিছিল যে এইটো বেমাৰৰ পিছৰ সাধাৰণ দুৰ্বলতা। কিন্তু যেতিয়া এমাহ দুমাহকৈ ছমাহেও ভাবিৰামৰ একো উন্নতি নহ'ল তেতিয়া 'ভাবিৰামৰ লগতে কনমইনাও ভাবিবলৈ বাধ্য হ'ল। ঘৰ নচলা হ'ল। অগত্যা কনমইনা আহি এই শিল কুৰেৰী সোমাবলৈ বাধ্য হ'ল।

হৰিশে তাইক লগ পাইছিল এক বেলেগ পৰিবেশত। সি শইকীয়াৰ লগত চিকাৰলৈ গৈছিল। উভতি আহোঁতে সন্ধিয়া হৈছিল। বনুৱাবোৰৰ পঁজাৰ ওচৰেৰে গৈ কাবোবাৰ উচুপনিৰ শব্দত দুয়ো থমকি ৰৈছিল। শইকীয়াৰ অহঙ্কে ভয় লাগিছিল। তাতে তেওঁৰ ভূতৰ ভয়টো আছিল বেচি।

'কি হ'ল চাৰ? সিবিধ নহয়তো?'

'সিবিধ মানে?'

'এই মানে ধৰি লওঁক লেডী ঘোষ্ট।'

'তাৰ মানে ডাইনী, যখিনী আদি—'

'নকব চাৰ—নকব। ইংলিছ টক কৰক। কৰবাত বুজিব পাৰিলে?' 'ভূতে যে ইংলিছ নাজানে সেইটো কেনেকৈ জানিলে?' —'আমাৰ কোনোবা কাটিৰাম মাটিৰাম এইবোৰেই ডেঠ হৈহে ঘোষ্ট হৈছে। জীৱন কালত সিহঁতৰ এটাও কিজানি ন' স্কুল গয়িং।'

শইকীয়াৰ বাধা-বিপত্তি বাদ দিও হৰিশ আগবাঢ়ি গৈছিল। দেখে যে চৰ্দাৰ জানকীৰামৰ পঁজাৰ সমুখত এজনী মাইকী মানুহে বহি কান্দি আছে।

'কি হৈছে? কিয় কান্দিছ?'

'মোৰ সকলো গ'ল দেউতা। মোৰ সকলো গ'ল।'

'সকলো গ'ল'—হৰিশৰ সাহস পাই শইকীয়াও আগবাঢ়ি আহিল। তাৰ পিছত কনমইনাক দেখি চিনি পাই যেন জ্বলা জুইত ঘিউ ঢলাদি তেওঁ জ্বলি উঠিল—'আগতেই কেৰেক্তাৰ খটম কৰিছ? এতিয়া কোনে নিব তোৰ সকলো? ইক কেৰেক্তাৰ লষ্ট এভৰিঠিং লষ্ট।'

'ৰবচোন শইকীয়া—সকলোতে বেয়া দেখে কেলেই? ব'ল কেম্পলৈ।'

'কেম্পলৈ নিব চাৰ? এ বেড ৰ'মেন এণ্ড ইউ টেক হাৰ টু কেম্প?'

'হ'ব শইকীয়া—আপোন ভালেই জগত ভাল। ব'ল এতিয়া।' হৰিশৰ কথা শইকীয়াই ভাল পোৱা নাছিল। কনমইনা উঠি আহিছিল সিহঁতৰ লগে লগে। সিহঁত আহি হৰিশৰ ৰুম সোমালহি। হৰিশ আৰু শইকীয়া বহি পৰিছিল, কনমইনা ঠিয় হৈ আছিল। লেমৰ পোহৰত সি এবাৰ তাইলৈ চাইছিল। ইমান দুখ-কষ্টৰ পিছতো তাইৰ নিকা দেহটোত এটা নিমজ ৰূপ ফুটি ওলাইছিল। দাৰিদ্ৰ্যই যেন এইটো উজ্জ্বল কৰি তুলিছিল ফটা-চিটা কাপোৰেৰে তাইৰ গোটেই দেহাটো ঢাকিব পৰা নাছিল। জাৰত তাই অলপ কঁপিছিল।

'জানকীৰামৰ ঘৰলৈ কেলেই গৈছিল?'

কনমইনা নিমাত।

'স্পিক আউট, স্পিক আউট—নহ'লে চাহাবে কাইলৈকে গেট আউট কৰিব।' শইকীয়াই ক'লে।

অলপ পৰ বৈ তাই কান্দোনত ভাঙি পৰিছিল।

'এই বেড ৱ'মেনবোৰৰ টিয়াৰ্চত বিলিভ নকৰিব চাৰ। ডে আৰ ডেঞ্জেৰাচ।'

'ৰবচোন শইকীয়া।'

কনমইনাই কৈ গৈছিল তাইৰ ইতিহাস। অলপ বেমাৰী গিৰিয়েকক বচাবলৈ তাই এই পথ ল'লে।

'কি কৰিম চাৰ। এই একোডাল বাকচ ভাঙি পাওঁ মাথো ছটকা। তাৰে৷ এটকা চৰ্দাৰৰ, এটকা মহৰীৰ। দেহাত শক্তি নাই। গোটেই দিনটোত এবাকচ হয়নে নহয়।'

'সেয়ে এই ৰাতি ফুৰা অভ্যাসখন কৰিলি?'

কনমইনা আকৌ নিমাত।

'শুন, মাহে মাহে দহোটাকৈ টকা দয়ে দিম। আমাৰ কেম্পত ঝাড়ু দিবি। কিন্তু ৰাতি আৰু ঘৰিব নোৱাৰ।'

'গুড চাজেশ্যন। এগ্রি বৰ—সাহাবে তোৰ ফেভাৰ কৰিব। চানঠিং দয়ো দিম।'

'যাওঁ দেউতা। মোৰ ঘৰত কিভানি বৈ আছে!' আৰু কোনো উত্তৰ নিদি কনমইনা এন্ধাৰৰ মাজেৰে নামি গ'ল, এন্ধাৰৰ বুকুলৈ।

'দেখিলে, দেখিলে চাব—ছাইৰ ডেমাকটো। চুড গিভ এ কিক এট্ হাৰ বেক।' —শইকীয়া খঙত জ্বলি উঠিল।

এই অপমানৰ পিছত কনমইনাই নিশ্চয় আত্মহত্যা কৰিব লাগিছিল। কিন্তু আজিও জীয়াই আছে। কুৰেৰীৰ শিল আৰু ডিনামাইটৰ মাজত, অপমান অপযশহীন এখন সংসাৰত পৰিবাৰক পাল কৰিবলৈ—তাক জীয়াই ৰাখিবলৈ তাই শিল ভাঙি ভাঙিও জীয়াই থাকিল। তাইৰ আগৰ সেই ফটা-চিটা ৰাপোৰ সলনি হৈ তাৰ ঠাইত নতুন নতুন শাড়ী আহিল—লগতে পাপ।

তাতে কি আহে যায়? ভাবিবাম জীয়াই থাকিলে তাই এই-বিলাকলৈ কেৰেপ নকৰে। তাই তাৰ কাৰণে সকলো কৰিবলৈ সাজু।

নিজৰ মানুহটোৰ কাৰণে কৰা কামত পাপেই বা কি পুণ্যই বা কি?

## ন

'গৰে ভোলা চলে সম্ভবাৰ দেখী কাঁপে পৰণৰা।

তুলহাবে জৰ সিঙ্গাৰ, হো, দেখী কাঁপে পৰণৰা।'

কুৰেৰীত শিৱৰাত্রি। ৰাতিপুৱাৰে পৰা এটা আনন্দমুখৰ পৰিবেশ। আজি কিছুদিন আগতে কুৰেৰীৰ শিলবোৰৰ মাজত এটা শিৱমন্দিৰ আবিষ্কাৰ হৈছে। এটা গুহাৰ মাজত এটা শিৱলিঙ্গ বাহিৰ হ'ল।

কেইদিনমান পিছত তাতে এজন সাধু আহিল। তেওঁ ওচৰৰে আন এটা গুহাত আন এটা শিল আবিষ্কাৰ কৰিলে—নাম দিলে দুৰ্গামাই। ভক্তৰ দল আগবাঢ়ি আহিল। দিন-ৰাত কেইদিনমান ভজন চলিল।

'ভূত প্ৰেতন কে সাজে বৰাটী।

বসহা বসহা বল পৰ সবাৰ হো। দেখী কাঁপে পৰণৱা।'

এজন হাতী চিকাৰীয়ে সেইবাৰ শিৱ ভগবানৰ নামত মান কৰি দহোটা হাতী ধৰিলে। তেওঁ গুহাটোৰ মুখখন পকা কৰি দিলে। সমুখত এখন চিৰি কৰি তাতে তেওঁ নিজৰ আৰু পৰিয়ালৰ নাম লিখি দিলে। এজন ভক্তই ওচৰতে নামঘৰ এটাও সজাই দিলে। তাতে সাধুবাবা ধনী জ্বলাই বহি গ'ল। তেওঁৰ পিন্ধনত ৰঙা কাপোৰৰ লেংটি এডাল। গাত এখন ৰঙা কম্বল। আৰু শুবলৈ এখন পশুৰ ছাল। তেওঁ হেনো সপোনত এই আদেশ পাই এইখিনি পাইছেহি। প্ৰথম মন্দিৰ প্ৰতিষ্ঠা কৰিলে তেৱেঁই। তিনিদিন তিনিৰাতি ভজন চলিল—

পলে মুণ্ডমাল বিচ্ছ সোহে কুণ্ডল কনৱা,

জটামে গঙ্গাকো ধীৰ হো। দেখী কাঁপে............

সাধুজীক এদিন হবিশে শুধিছিল তেওঁ কেনেকৈ এইখিনি পালেহি।

'ক্যা বোলেগা বেটা, সাধুজীয়ে কৈছিল মেৰী তো ঘৰ-সংসাৰ সব পৰী হে। লেকিন বাবাকো আদেশ হুৱা।'

সাধুজী থাকিল আৰু কিছুদিন। ইয়াৰ পিছত শিৱথানত আৰু এজন পূজাৰীৰ আবিৰ্ভাৱ হ'ল। শিৱ আৰু ভগৱানৰ পূজা সেৱাৰ কাৰণে ৰাইজেই পূজাৰীজনক মাতি আনিলে।

পূজাৰীয়ে শিৱভগৱানৰ মন্দিৰত দিন-ৰাতি চাকি-বন্তি দিয়ে। শিৱভগৱানক পুৱা স্নান কৰায়। কিন্তু ইয়াতে এটা 'কিন্তু' আহিল। পূজাৰী আৰু সাধুজীৰ মাজত মন্দিৰৰ স্বৰ্ত্ত লৈ হেনো এখন বিবাদ আৰম্ভ হ'ল। ভজন, ৰাইজৰ পূজা সেৱা কিন্তু তাৰ মাজতো চলি থাকিল—

'ঐচন বৰাই বৰ কটহী ন দেখনী
নাচে যোগীনীয়া হজাৰ হে।। দেখী কাঁপে ..... .....'

পূজাৰীয়ে বাইজৰ মাজত প্ৰচাৰ কৰি ফুৰিলে যে সাধুজী আচলতে এজন ভণ্ড। সি টকা পইচাৰ কাৰণে, কেৱল পেটপূজা কৰিবলৈ এই ভেশ ধৰিছে। ঘৰত তাৰ ল'ৰা-ছোৱালীয়ে তাক কাম-বন নকৰাৰ কাৰণে ঘৰৰ পৰা বাহিৰ কৰি দিছে। সাধুজী কিন্তু নির্বিকাৰ। তেওঁ এই সকলোবোৰত একো মন্তব্যও নিদিলে—পূজাৰীৰ বিপক্ষে একো নক'লেও।

ইয়াৰ পিছত বহুদিনৰ মূৰত হৰিশে সাধুজীক লগ পালে এডাল ডাঙৰ বটগছৰ তলত। সাধুজী ধনী জ্বলাই বহি আছে।

'সাধুজী, আপ কিউ চলা আয়া ?'

'মেৰা কাম হো গয়া বেটা। আনেকো আদেশ মিলা।' কিন্তু শিৱস্থানৰ পূজাৰীযে দেখোন আপোনাৰ বদনাম গাই ফুৰিছে?

'বোলনে দো। কোই মুঝে 'চালা কুত্তা' বোলকে দূৰমে ৰহে তো আচ্ছাহি হোয়।'

তথাপি আপুনিতো কিবা এটা কব পাৰে ? অন্ততঃ এইবোৰ মিছা বুলি কব পাৰে।

হৰিশৰ কথাত সাধুজীয়ে হাঁহিলে। তাৰ পিছত ক'লে—সদনাম-বদনাম সব দেনেকা মালিক ভগৱান। চাহে মুঝে ভক্ত বনাই চাহে মুঝে চোৰ বনাই।

হৰিশে সেইদিনা একো নামাতি সাধুজীৰ ওচৰৰ পৰা আঁতৰি আহিছিল। কিছুদিন পিছত তাৰ নিবসন কৰিবলৈ সাধুজীৰ ল'ৰা এটা সি লগ পাইছিল। সাধুজীৰ মাটি-বাৰী, ল'ৰা-ছোৱালী আছে। সকলোবোৰ সম্পত্তি ল'ৰা-ছোৱালীৰ মাজত বিলাই সাধুজী ওলাই আহিছে—এক অনন্তৰ সন্ধানত।

ভজনৰ গানত তাৰ চিন্তা সূত্ৰ ব্যাহত হ'ল। বিহাৰী বন্ধুৱাৰ দলটো ভাং-খাই পাগল হৈছে। তাৰ মাজতে তাৰ স্বৰে ভজন আৰু ঢুলুকীৰ শব্দ—

ধোতী ন কমীজ অঙ্গ ভভুতি ৰ্মা তনৱা,

চমকেলা চন্দা লিলাৰ হো। দেখী কাঁপে ..........'

বাতিপুৱাই গা-পা ধুই সি জীৱন দাস আৰু শইকীয়া ওলাইছে শিৱমন্দিৰলৈ। নদীখনৰ ইৰিগেশ্যনৰ গেটখন পাৰ হৈ আৰু কিছুদূৰ গৈয়েই শিৱমন্দিৰটো। ভজনৰ সুৰ এতিয়া ভালদৰে শুনা গৈছে—

'বৰ যশ লাগে না বুঢ় মবদনৱা

ডম্বৰু বজাৱে বাৰ বাৰ হো। দেখী কাঁপে ..........'

কুন্বেৰীৰ চৰ্দাৰ হৰকি বাহাদুৰে ওলাইছে ল'ৰা-ছোৱালী আৰু পৰিয়ালটো লৈ শিৱমন্দিৰলৈ। প্ৰত্যেকৰে হাতে হাতে এঘটি এঘটি গাখীৰ।

'কোতা আয়ো হৰকি বাহাদুৰ? —হৰিশে সুধিলে।'

'শিৱ মন্দিৰমা হুজুৰ।'

'সপ্লই?'

'আৰ কে কৰছ হুজুৰ?'

'পৰসাদ লিয়ো।'

'অলি অলি?'

সিহঁত আগবাঢ়িল পাহাৰৰ সেই লুংলুঙীয়া বাটটোৰে। আগে আগে হৰিশ পিছত জীৱনদাস, শইকীয়া আৰু হৰকি বাহাদুৰৰ দলটো।

ভেৰি পেনৰমিক চাৰ--শইকীয়াই মাত দিলে।

আজি শিৱ ভগৱানৰ দৰ্শনৰ কাৰণে আহিও আপুনি ইংৰাজী মাতিছে?

'ন চাৰ। দেবাদিদেৱ—ডি গড অব অল গডচ্। তেওঁ সকলো নলেজৰ অধিকাৰী। ইংৰাজী কি? লেটিন, ফ্ৰাঞ্চ সকলো তেওঁৰ ক্ৰিয়াৰ।'

শইকীয়াৰ যুক্তি হৰিশৰ ভাল লাগিল।

ভজনৰ শব্দ আৰু ডাঙৰ হৈ আহিছে। ঢুলুকীৰ ধিন্ ধিনতা, কৰতাল, হাৰমনিয়াম আৰু হাতচাপৰি গোটেইবোৰেই এটা সমলয়ৰ সুৰত সুন্দৰকৈ মিলি গৈছে।'

'শিৱ ভগৱানৰ প্ৰেম্মাৰ চলিছে চাৰ—ভেৰীগুড, ভেৰীগুড, এইবোৰ শুনিলে মাইণ্ডটো একেবাৰে ফৰিণ ফৰিণ হৈ যায়।

'তাৰ মানে মাজুলীলৈ মনত পৰে।'

'ইয়েচ চাৰ—ভেৰি কাৰেক্ট। ঘৰত বা এতিয়া কি কৰিছে?'

এই বিৰিণা পাত কাটি উলিওৱা আলিকণ পাৰ হ'লেই গুহাৰ মুখটো তাৰ চকুত পৰিব। ভজন জোৰে চলিছে—

'শাও মন্দাগীন চলী তুলহা কে পৰীছে,
নাগ ছোড়েলা ফুফুকাৰ হো। দেখী কাঁপে.......'

ৰাস্তাৰ কাষত দুজন ভক্ত পৰি আছে। বোধহয় প্ৰসাদ বেচিবৈকে পৰিল। মন্দিৰৰ সমুখত নাটঘৰত তুমুল ভজন চলি আছিল। মানুহৰ যথেষ্ট ভীৰ। সিহঁত তিনিও জোতা খুলি গুহাটোৰ ভিতৰলৈ আগবাঢ়ি গ'ল। মন্দিৰৰ ভিতৰটো বিৰ দি বাট পাবলৈ নাই। শিৱলিঙ্গটোত ঢলা গাখীৰ তললৈ বৈ আহিছে আৰু শিৱলিঙ্গটো ফুল আৰু বেল-পাতেৰে প্ৰায় নেদেখা হৈছে। সমুখত জ্বলি থকা ভাণ্ডৱ ধোঁৱায়ে এটা মৃদু আমেজ আনি দিছে। সেই আধা এন্ধাৰ আধা পোহৰ অৱস্থাত দেখিলে শিৱ ভগৱানৰ মূৰত গাখীৰ ঢালি উভতি আহিছে কনমইনা, সেউতী আৰু সেউতীৰ মাক। তাক দেখি মাকে ওৰণিখন অলপ দীঘলকৈ টানি ল'লে।

'আহিলি?'

'হয় চাৰ।'

'গাখীৰ ঢালিলি?'

'ঢালিলো চাৰ।'

সিহঁত আগবাঢ়িল। হৰিশৰ চিন্তাসোঁত আকৌ ব্যাহত হ'ল। কনমইনাই বাৰু ভাবিৰামৰ কাৰণে গাখীৰ দিলে। কিন্তু সেউতীয়ে দিলে কাৰ কাৰণে? তাইক দেখোন গিৰিয়েকে এৰিয়েই দিছে?

'গ' ফৰৱাড চাৰ, গ' ফৰৱাড' শইকীয়াই দোহাৰিলে। 'চান এপেক্সত উঠাৰ আগতেই বেক কৰিব লাগিব।'

এৰা, সি আগবাঢ়িবই লাগিব। তাৰ আগে-পিচে দৰ্শনাৰ্থী ভক্তৰ দল। সি বৰ নোৱাৰে। সি আগবাঢ়িবই লাগিব। গুহাৰ ভিতৰৰ পৰা ভজনৰ শব্দ ক্ষীণকৈ হ'লেও শুনা গৈছে।

বুঢ় বৰ শাগু ৰোৱে, বেটী না ব্যাহেব,
ভলে গউৰা বহী হৈ কুৱাৰ হো। দেখী.......
কবি ৰামচন্দ্ৰ হৰী, ত্ৰিভুবন কে স্বামী
লাগেলা জৈসে ভিখাৰ হো।
আৰে লাগেলা জৈসে ভিখাৰ হে
দেখী কাঁপে পৰণৱা।'

## দুই

সেউতীৰ মাক বুঢ়া হৈ আহিছে।

এটা কেঁচুৱাৰ মাক হ'লেও এই ভৰা যৌৱন লৈ কুৱেৰীত বহি শিল ভঙা কামটোত মাকৰ সদায় আপত্তি। মাজতে মাকে এটা ডেকা লৰালৈ সেউতীক দিবলৈ চেষ্টাও কৰিছিল তাৰো ঘৈণীয়েক মৰিছে আৰু চাৰিবছৰীয়া ল'ৰা এটাৰ বাহিৰে আন কোনো নাই। সকলো প্ৰায় ঠিকেই হৈছিল—কিন্তু বাধা জন্মালে সেউতীয়ে নিজেই।

তাই হেনো আৰু আন কালৈকো নাযায়।

'দিন-কাল বেয়া। ময়ো বুঢ়া হৈ আহিছো' মাকে আপত্তি তুলিছিল। কনমইনাৰ কাণ্ড-কাৰখানাবোৰ দেখি আছই।

'বিয়া এবাৰহে হয়। মই আৰু বিয়া নকৰাও যা।'

'তেনেহ'লে কি কৰিবি?'

'শিল ভাঙিম। শিল ভঙা শেষ হ'লে লোকৰ ঘৰত চুৱা পেলাই', ভুঁই ৰই পোনাক ডাঙৰ কৰিম।'

মাকে আৰু একো নামাতিলে। সেউজী গোঁৱাৰ ছোৱালী। তাই কি কৰে ঠিক নাই।

আজি কেইদিনমান ধৰি মোহন জয়চাৰিয়া কেম্পত আছে। সেই লৈ কুৱেৰীত এটা সাধাৰণ অশান্তি। মোহনৰ সদ্ধিয়াৰ ৰূপ ভয়াবহ এইবাৰ তাতে তাৰ কেইৰাজনো ইয়াৰ 'দোষ্ট' তাৰ লগত কেম্পত আছেহি। কেইদিনমান মোহনৰ পাৰ্টি হৰিশৰো নিমন্ত্ৰণ আছিল। সি প্ৰথমতে ভদ্ৰতা ৰক্ষা কৰি তালৈ গৈছিল। কিন্তু সি দেখিলে যে তাৰ ৰুচিৰ লগত সেই সদাশয় ব্যক্তি সকলৰ ৰুচি একেবাৰে নিমিলে। সিহঁত গোটেই দিনটো প্ৰায় ব্যস্ত থাকে মদ আৰু জুৱাৰ লগত—সি নিৰামিশ। অৱশ্যে মোহনৰ কেম্পৰ গণ্ডগোলে কেইবাদিনো তাৰ টোপনি ভাঙিছে। সেই সকলোখিনিৰ নীৰৱে সহ্য কৰাৰ বাহিৰে সি কোনো উপায় দেখা নাই।

তাৰ মাজে মাজে খং উঠে এই তুলিকা বোলা ছোৱালীজনীলৈ। তাই বাৰু কেনে ছোৱালী? তাইতো আন কিবা এটা কাম কৰিও বাচি থাকিব পাৰিলেহেঁতেন। এবাৰ তেনে এটা পাৰ্টিলৈ গৈ সি প্ৰায় অপ্ৰস্তুত হৈ পৰিছিল। শীতৰ সেমেকা ৰাতি—মোহৰ জয়চাৰিয়াৰ ঘৰত তাৰ ভাতৰ নিমন্ত্ৰণ আছিল অগত্যা এবাৰ নোৱাৰাতহে সি তালৈ গৈছিল। মোহনৰ কেম্প পেট্ৰমাক্সৰ পোহৰত জ্বলমলাই আছিল। টেবুলৰ কাষে কাষে টকাৰ দম। তুলিকাই এটা উৎকট বেশ লৈ সিহঁতৰ খালী গিলাচ-বোৰ পূৰা কৰি গৈছিল।

সি এক অশ্বস্তি লৈ কেম্পত প্ৰৱেশ কৰিলে।

'নমস্কাৰ' তুলিকাই মাত দিলে 'আজি দাদা আপুনি বহুত লেট।'

হৰিশে একো নামাতিলে। সি মাথো এটা সম্মতিসূচক হাঁহি মাৰি ওচৰৰ চকী এখনত বহিলগৈ।

'দাসবাবু আহিল?' মোহনে তাচপাতৰ পৰা এবাৰ মূৰ তুলি তালৈ চাই হাঁহিলে।

'হয়।'

'আপোনাৰতো আকৌ এইবোৰ অভ্যাস নাই?

'নাই।'

'নহ'লে শিকক।' দলৰ এজনে মন্তব্য কৰিলে শিকা ভাল, নহ'লে এই অসভ্য দেশত কি লৈ জীয়াই থাকিব?'

'হ'ব দিয়ক। এনেকৈ খেলিবলৈ আমি ইমান পইচা ক'ত পাম?'

'পইচা আমি দিম। ধাৰ লওঁক।' —এজনে অতি উৎসাহী হৈ কৈ উঠিল।

'আৰে কিমান—মোহনে যেন তাৰ কথাখিনি ভাল নাপালে—তেওঁ নিৰামিশ মানুহ। তেওঁ যিদৰে ভাল পায় সেইদৰেই থাকিবলৈ দে।'

দি দিম? চেৰী, আইচ্‌ড ৰাম অৰ প্লেইন লিমকা?'

তুলিকাই সুধিলে।

'চামথিং প্লেইন।'

'আপুনি দেখিছো দাদা একেবাৰে নিৰামিশ।'

'নকবি আৰু' মোহনে সমৰ্থন জনালে—'এনেকা সত্তবাদী হোলে কেনাকা চলিব?'

আচলতে কেইবাটাও কথাত মোহন হৰিশৰ খাতিৰত থাকিব লগা হৈছে। প্ৰথম কথা মোহনে কামখিনি ঠিক কৰি নিদিয়াৰ বাবে হৰিশে বিলখন দিয়া নাই। ওপৰৰ পৰা হৰিশলৈ খনে খনে চিঠিও আহিছিল। কিন্তু ইমানতো যেতিয়া হৰিশ নিৰ্বিকাৰ হৈ থাকিল তেতিয়া গোটেই ঘটনাটোতেই এটা অস্বস্তিকৰ বতাহ বলিবলৈ ধৰিলে। পিচে মোহন চালাক মানুহ। কমাৰে লোহা পিতি দা কুঠাৰ গঢ়াৰ দৰে সিহঁতে যুগ যুগ ধৰি মানুহৰ মনবোৰৰ লগত খেলা কৰি ব্যৱসায় কৰি আছে। সি জানে হৰিশ বোলা এই কেঁচা তীখা টুকুৰ কেনেকৈ পিতিব লাগে। আজি তুলিকাৰ লগতে তাৰ কেইজনমান 'ইয়াৰ দোস্ত' লৈ অহাৰ ইও এটা কাৰণ—অৱশ্যে খুব সাৱধানে।

টেবুলত তাচপাত বিলোৱা হৈছে। মোহনে এটা হুমুনিয়াহ কাঢ়ি তুলিকাৰ পিনে চাই এটা হাঁহি মাৰি ক'লে—

'জুমু।'

'কোৱা মোহনদা।'

'তই বৰং দাসবাবুক বাহিৰলৈ লৈ যা'—

ভাল বাৰু তুলিকাই তালৈ চাই ক'লে—'বলক দাদা বাহিৰতে বহোগৈ।' দুয়ো বাহিৰলৈ ওলাই আহিছিল।

বাহিৰত কেম্পৰ মুখতে বন্নুৱাবোৰে একুৰা জুই ধৰি জুই পুৱাই আছিল। সিহঁতে হৰিশক দেখি ঠিয় দিলে। দুয়ো তাৰে দুখন চকীত বহিলগৈ।

'মই পিচে আজি অলপ সোনকালে যামগৈ দেই।'

'আপোনাৰ দাদা সদায় লৰালৰি। এট লিষ্ট ইউ কেন গিভ মি কম্পেনা।'

'থেঙ্ক ইউ। কিন্তু কাইলৈ হেড আফিচলৈ ৰাতিপুৱাই যামগৈ। ৰাতিপুৱাৰ বাছ ধৰিব লাগিব।'

তুলিকাই সম্ভৱ কৰ বিচাৰিছিল যে হৰিশ সিহঁতৰ লগতো যাব পাৰিলেহেঁতেন। কিন্তু কিবা এটা দ্বিধাই তাইক বাধা দিলে।

'বাৰু'—তাই ঠিয় হ'ল 'মই অলপ লৰা-লৰি কৰি দিওঁগৈ।'

'নহয় বহা। অৱশ্যে যদি আন কাম নাই।'

'নাই নহয়। আপুনি বহক। মই অলপ কিচেনৰ পৰা আহো।'—তুলিকা ভিতৰলৈ গ'ল।

'চাৰ আজি পাৰ্টি গৰম চলিব নিশ্চয়।' বহি থকা বন্নুৱা এজনে ক'লে।

শেঠ মানুহ। সকলো কথাই বেলেগ। আমাৰ নিচিনা নেকি? আন এজনে মন্তব্য কৰিলে।

'ভাত খালি?' —হৰিশে শুধিলে।

'এই খাই উঠিছো চাৰ। আপোনাৰ কিজানি ইয়াতে হ'ব?'

'এৰা অ'—বৰ দিগদাৰ '

'কি কৰিব চাৰ—আজি-কালি টকাই দুনিয়া।'

মোহনৰ তাত নিমন্ত্ৰণ ৰক্ষা কৰাত তাৰ সদায় আপত্তি। প্ৰথম কথা সি মদ জুৱা এইবোৰ ভাল নাপায়। তাত মাজনিশালৈকে টোপনি খতি কৰি শৰীৰটোক অনাহক কষ্ট দিয়া সি মুঠেই ভাল নাপায়।

তুলিকা ব্যস্ত হৈ ওলাই আহিল।

'আহক দাদা, আপোনাক আৰু দেখি নকৰো।'

হৰিশেও ৰক্ষা পালে। ঘড়ীটোলৈ চাই সি আগবাঢ়িল।

বাতি দহ বাজে প্ৰায়। সিহঁত দুয়ো ভিতৰ পালেগৈ।

( ২ )

টেবুলত সকলোবোৰ সজোৱা আছিল।

'বহক।'

'বাঃ ইমানবোৰ আয়োজন?'

'আপুনি আকৌ যিহে লৰা-লৰি লগালে?

হৰিশ বহি পৰিল। ইমান কম সময়তে তুলিকাই গোটেইখিনি সজাই পেলাইছে।

'তোমালোকৰ নিশ্চয় দেখি হ'ব?'

'কিয় শুধিলে?'

'নাই, যি আয়োজন চলিছে।'

তুলিকাই মাথো হাঁহিলে। তাৰ পিছত গম্ভীৰ হৈ গৈ ক'লে—

'খাওক।'

হৰিশে তুলিকাৰ মুখলৈ চালে। তাইৰ সেই ৰং-বিৰঙৰ প্ৰসাধনৰ মাজতো যেন তাইৰ দৈন্য ফুটি উঠিছে। সিও বৈ গ'ল।

'বৈ গ'ল যে?'

'এই অসুৰবোৰৰ মাজলৈ কিয় আহিলা?'

তুলিকাই একো নামাতিলে।

সিপিনৰ পৰা মোহনৰ চিঞৰৰ ভাঁহি আহিল—'জুনু, চাহাবক ভালদৰে খানা দিছ?'

তুলিকাই সংযত হৈ ক'লে—'এই আৰম্ভ কৰিছো।'

ভালদৰে খিলাই দে। দাস চাহাব খাওক—লেজ্জা নকৰিব।

হৰিশে আৰম্ভ কৰিলে।

চামুচেৰে ফিচক্ৰাই দি দি তুলিকাই সুধিলে 'দাদা, আপোনাৰ কোন আছে?'

'তোমাৰ নিচিনা ভনী এজনী আছে নাম ৰিমু।'

'লৈ নাহে কেলেই? পৰিচয় হ'লে ভাল লাগিব।'

'মাৰ বিৰালী শৰীৰ। ঘৰখন তায়েই চলায়।'

'বিয়া-চিয়া নিদিয়ে নেকি?'

'লৰা চাইছো। এই বছৰ দিম বুলি ভাবিছো।'

'দিয়ক। লোকৰ সংসাৰ দেখিলে আমাৰ ভাল লাগে।'

'এইবোৰ বাদ দিয়া। কিন্তু তোমাৰতো ত্যাগ কম নহয়?'

'হাজাৰ হাজাৰ তুলিকাক সময়ৰ চকৰিয়ে চেপেটা কৰি লৈ যাব - তাৰ কোনে খবৰ ৰাখে?'

তুলিকা যেন অলপ চেন্টিমেণ্টেল হৈ গ'ল। কথাৰ মোৰ ঘূৰাবলৈ সি সুধিলে—'দেউতাৰা কেনে আছে?'

'চিতালৈ দিন গণিছে।'

'কেনেকৈ কিয় ক'লা?'

'আমাৰ মধ্যবিত্তৰ আৰু কি আছে? জীৱনৰ আদিৰ পৰা অন্তলৈকে জীৱন সংগ্ৰাম। সংগ্ৰামত পৰাজিত হ'লেই মৃত্যু।'

মহাভাৰতৰ দিনৰে পৰা এয়া আবহমান। অ' হ'ব—মই আপোনাৰ খবৰেই কৰা নাই—ভাত লওক।

'নাই নালাগে।'

'লব লাগিব। ৰিমুয়ে দিলে নিশ্চয় ল'লেহেঁতেন।

'তুমি মোক নিবাক কৰি দিলা। দিয়া বাৰু—'

ভাত-পানী খাই মোহনৰ পৰা বিদায় লৈ বাটে বাটে সি এই অদ্ভুত ছোৱালীজনীৰ কথাকেই ভাবি আহিছিল। তাই যেন এটা জ্বলা চিগাৰেট। নিজে জ্বলি জ্বলি আনৰ লিপ্সাক জাগৰিত কৰি ৰাখিছে। তাই জানো ৰিমু হ'ব নোৱাৰিলেহেঁতেন।

এই তিৰোতা জাতিটো তাৰ মনত বিচিত্ৰ। সি আজি ইমানদিন

তাকেই চাইছে, অধ্যয়ন কৰিছে—কিন্তু ওৰ পোৱা নাই। পুতলীৰ দিনৰে পৰা আজিলৈকে ৰুমি, শান্তা আৰু সংস্পৰ্শলৈ সি আহিছে। চৰিত্ৰৰ বৈচিত্ৰতাই এতিয়াও তাক আচ্ছন্ন কৰি ৰাখিছে। এই তুলিকাজনীয়েই বাৰু? সমাজত তাই এজনী কলগাৰ্ল—বেয়া ছোৱালী, কিন্তু তাইতো ইচ্ছা কৰি সেই বৃত্তি লোৱা নাছিল!

যি সমাজে দিনৰ পোহৰত তাইক ঘিন কৰে—ৰাতিৰ এন্ধাৰত সিহঁতে তাইকেই বিচাৰে।

চিন্তা কৰি লাভ নাই। বহুত চিন্তা কৰিও তাৰ ক্ষুদ্ৰ ক্ষমতাৰে ৰথৰ চকৰিটো সি ঘূৰাব নোৱাৰে। লেট ইট গ'— তুলিকাৰ দৰে ছোৱালী মৰিবলৈ গৈছে—মৰিব দিয়া। সি শেতেলী ল'লে।

মাজনিশা আন এক হুলস্থুল। সি দুৱাৰ খোলে মানে কাৰোবাৰ গাড়ী চাইট এৰি গুচি গ'ল। সি শুলাই আহিল—হুলস্থুল তেতিয়াও কমা নাই। তাৰ কোৱাৰ্টাৰৰ সমুখতে বহুত মানুহ গোট খাইছে। সকলো যেন কাৰোবাৰ ওপৰত ক্ষুব্ধ।

'চালা, গুণ্ডামি কৰ তো বেণ্ডীছে কৰ। সচমুচ আদমী সে ক্যো?'

—হৰকি বাহাদুৰে গৰ্জি আছিল।

'ক্যা হুৱা বাহাদুৰ?' —সি সুধিলে।

'ঐ চালা মোহনকো, চালা চুতীয়াকো?' হৰকি বাহাদুৰে আকাশতে মুঠি উঠালে।

'ক্যা কিয়া মোহননে?'

'ক্যা বোলেগা চাহাব?' হাম নজিক ৰহনেসে থুকৰীছে হিৰকাই দেতা। নচীব আচ্ছা—নহীতো ...'

হৰকি বাহাদুৰৰ দৰে বাকী সকলো উত্তেজিত। আচল গণ্ডগোল ক'ৰবাত।

ভাত-পানী খাই মোহন আৰু লগৰীয়াসকল উঠিল প্ৰায় মাজনিশা। অতিপাত সুৰাপানৰ ফলত সিহঁতৰ বেসামাল অৱস্থা। তেতিয়া কি মাথাত খেয়াল হ'ল—সেউতীৰ তালৈ যাব। তাতেই নাটক আৰম্ভ।

চিঞৰ-বাখৰত সকলো সাৰ পাই গ'ল। তাৰ পিছত বন্ধুৱাবোৰৰ মূৰ্তি দেখি মোহনৰ নিচা কাটি গ'ল। ভাগ্যে ড্ৰাইভাৰে বুদ্ধি কৰি সকলোকে পলুৱাই নিলে বুলিহে। নহ'লে মোহন আৰু তাৰ দোস্ত সকলোকে ইয়াতে শেষ কৰিলেহেঁতেন।

'আমাক বিচাৰ লাগে, চাৰ। আমাক বিচাৰ লাগে—'

বন্ধুৱাবোৰে চিঞৰিলে।

'কি হৈছে তহঁতৰ?'

কান্দি কান্দি সেউতী আগবাঢ়ি আহিল- "মোৰ চাৰ পোনাকনৰ আজি দুদিন ধৰি জ্বৰ। মোৰ তাৰ কাৰণে টোপনি যোৱা নাই। আজি দুদিন মই শিল ভাঙিবলৈকে যোৱা নাই। ৰাতি চিলমিলকৈ টোপনি আহিছে এনেতে মোহন বাবুৰ মানুহে গৈ মোৰ হাতত—" সেউতী ভাঙি পাৰিল।

'আচল ব্যাপাৰটো মই কওঁ চাৰ।' বুঢ়া সোমবাবু আগবাঢ়ি আহিল।

'চুপ্ ৰাও তুম বুঢ্ঢা।'—হৰকি বাহাদুৰে চিঞৰিলে। 'ঠিকাদাৰকা ময়লা তুম খাও। হামকো কিউ?'

হৰকি বাহাদুৰৰ খং দেখি সোমবাবু থমকি ৰ'ল।

বন্ধুৱাবোৰৰ লগত কথা পাতি বুজিলে সি সত্য।

মোহনৰ উন্মাদালি এতিয়াও শেষ হোৱা নাই। এটা ভোকাতুৰ বাঘৰ দৰে সি তাৰ হাত সেউতীলৈকে৷ আগবঢ়াইছিল। ভাগ্যে সেউতীৰ নিচিনা ভাল ছোৱালী এজনীক ভগবানে সহায় কৰিলে।

বহুত কষ্ট কৰি, সোমবাবুক জয়চাবিয়াবাবুৰ তালৈ পঠিওৱাৰ প্ৰতিশ্ৰুতিত বন্ধুৱাবোৰক ঠাণ্ডা কৰা হ'ল। সেউতীক তাইৰ পঁজালৈ আগবঢ়াই লৈ গ'ল হৰিশে—লগত বন্ধুৱাৰ দলটো।

সেউতীৰ উচুপনি তেতিয়া শেষ হৈছে।

'তই এই কামটো এৰি আন একো কৰিব নোৱাৰ?'

সেউতী মনে মনে থাকিল। অসমীয়া বোৱাৰী ভুঁই ৰোৱা, ধান বনাৰ বাহিৰে এইবোৰ কামলৈকো অহা এটা শুভ লক্ষণ, কিন্তু

ইয়াৰ অশুভ হাতচানিলৈ অসমীয়া সমাজ অনভ্যস্ত। তাতে পতিতাৰ বেশত সমাজত থকাতকৈ হাতে-কামে কৰি ভাত মোকলোৱা এটা ভাল কাম।

টকাই কি কৰা নাই। উন্নয়নৰ নামত ধ্বংশলীলা চলিছে— কেইটামানৰ মোটা হৈছে? বাকীবোৰৰ হৈছে কি?

সি তাৰ দুখীয়া গাঁওখনৰ কথা চিন্তা কৰিলে। এটা ঠিকাদাৰৰ দৰে ধনীক সম্প্ৰদায়ৰ সৃষ্টিৰ বাহিৰে উন্নয়নে একো দিব পৰা নাই। নহ'লেনো গাঁৱৰ বোৱাৰী সেউতীয়ে শিল ভাঙিবলৈ আহেনে?

সেউতীক থৈ ঘৰলৈ গুভতে মানে বহুত বাতি এই অত্যাচাৰৰ লগত তাৰ পৰিচয় বহুদিনৰ। সেই সমাজত মোহনহঁত থাকিবই— সেউতীহঁতো থাকিব। থাকিব লাগিব।

## এঘাৰ

ৰাতিপুৱা শুই উঠিয়েই সি দেখিলে যে সোমবাবুই বেগাবেগিকৈ টাউনলৈ খোজ লৈছে। তেওঁৰ গোটেইখন মুখ বান্দৰ টুপীৰে ঢাক-খোৱা, গাত এটা খাদীবোৰ্ডৰ অ'ভাৰকোট—ভৰিত বিবৰ্ণ পাম্পচুজোৰ।

'সোমবাবু কেনি যায়?'

'বৰবাবুৰ তালৈ। কালিৰ ঘটনাখন দেখিলেই নহয়। তাকে বৰবাবুক জনাই আহোগৈ।'

'বৰবাবুক ক'ব, এইদৰে অশান্তি হৈ থাকিলে বিপদ।'

'কম চাৰ'—সোমবাবু আগবাঢ়িল।

সিপিনৰ পৰা ভোট এৰাৰ ঠানিৰে দাঁত ঘঁহি ঘঁহি শইকীয়া আহি আছিল। মুখত জমা হোৱা ঠুবন পেলাই তেওঁ ক'লে—'অ' মাই গড; ৰাইটিং উইঠ ট্ৰেচ পাচিং। চাৰ, আই অলম'ষ্ট ডাই।'

কালি দেখোন মানুহৰ মাজত শইকীয়াক নেদেখিলো?'

শইকীয়াই সম্ভৱ নিজৰ ভীৰুতাত নিজে লাজ পালে।

তেওঁ ক'লে—'চাৰ ওলাইছিলোৱেই। কিন্তু এ স্পাৰ্ক নেগলেকটেড বানর্চ্ ডি হাউচ। ভয়তে নাহিলো চাৰ।'

'আহক এতিয়া চাহ একাপ খাই ভয় দূৰ কৰকহি।'

'ইয়েচ চাৰ'—শইকীয়া আগবাঢ়ি আহিল।

সোমবাবু কিছুদূৰ পাইছিলগৈ, এনেতে হৰিশৰ কিবা মনত পৰি সুধিলে।

'সোমবাবু শুনক।'

'কওক চাৰ।' সোমবাবু ৰৈ গ'ল।

'আপোনাৰ এবচেনচত কাৰ লগত কথা হ'ম।'

'নন্দী থাকিব চাৰ '

ভাল বাৰু যাওঁক।'

সোমবাবু যোৱাৰ পিছত শইকীয়াই সোমবাবুলৈ সন্দেহজনক দৃষ্টিৰে চাই ক'লে—

'হু ইজ ডেট নন্দী চাৰ?'

'সোমবাবুৰ সহকাৰী।'

'তাৰ মানে এচিষ্টেণ্ট?'

'এৰা।'

'আৰে বাপৰে বাপেৰে বাপ। এচিষ্টেণ্টৰ এচিষ্টেণ্ট? আই মাষ্ট চি হিম—মই তাক চাবই লাগিব।'

'চাব বাৰু। কিন্তু কালি ইমান গণ্ডগোল আৰু আপুনি ওলাই নাহিল?'

'আকৌ সুধিছে চাৰ সেই কথা? চিটুৱেচন যিমান বেয়ালৈ গৈছিল ভয়তে মোৰ আণ্ডাৰ ওৱাটাৰ পাচ।'

'তাতে স্কেণ্ডেল উইঠ এ গাৰ্ল? মাই গড?'

'সেইবুলি সকলোখিনি মোৰ ওপৰত এৰি দিলে ?'

'আপুনি চাহাব মানুহ। উই পুঠি খলিহনা। যদি কয়, ধৰ বেটা শইকীয়াক—ডেন আই বার্ষ্ট লাইক পূজা বেলুন।' শইকীয়াই মুখখন ধুই ল'লে।

'এতিয়া অৱস্থা কেনে দেখিলে ?'

'এক্কেবাৰে হট—লাইক বইলিংওৱাটাৰ। হি ৱাণ্টচ টু কিল চি, চি ৱাণ্টচ টু কিল হি। এভৰিবডি ৱাণ্টিং টু ফ্ৰাই মোহনবাবু এণ্ড ইট। চাৰ, আই টেক লিভ ফৰ চম দে এণ্ড গ' টু মাজুলী।'

'আপোনাকতো সিহঁতে মাৰিব খোজা নাই ?'

'অ' চাৰ—ৰাইটিং ইজ ৰাইটিং। মানে উলুৰ লগত বগৰী ফায়াৰ হৈ যাব পাৰে চাৰ।'

চাহ আহিল। চাহ খাই খাই শইকীয়াই আৰম্ভ কৰিলে—

—'চাৰ এটা কথা কওঁ।'

'কওঁক।'

'তুনিয়াখন কিবা ওলোটা হ'ল চাৰ। ন' ভেল্যু অব এডুকেচন এণ্ড লেবাৰ। আপুনি ইমান ৰিডিং কৰি আহিল, মই ইমান কাম কৰিলো। হোৱাট গেইন ? 'এই মানুহবোৰে ইমান কাম কৰি কি পাইছে ?'

'কেলেই ? টকা পাইছে নহয় ?'

'বাদ দিয়ক চাৰ সেই টকা। ইহঁতে বাকচে প্ৰতি পাইছে ছটকা, কিন্তু ঠিকাদাৰে পাইছে কুৰি টকা—'লেবাৰে যদি তাকো পূৰা পালেহেঁতেন ? মহৰীয়ে মাৰিব, চৰ্দাৰে মাৰিব, আৰু চৰকাৰে জানো পূৰা পায় ?'

'কেলেই নাপাব ? জোখ-মাপ হ'ব নহয় ?'

'আপুনি সক ল'ৰা চাৰ। মেনি ম'ৰ থিংচ টু লাৰ্ন।'

এইদৰে আৰম্ভ হয় ক'লা টকাৰ ভাণ্ডাৰ।

জয়চাৰিয়াবাবুয়ে ইমান পায়ো সোমবাবু, লেবাৰ আৰু চৰ্দাৰক

দিবৰ সময়ত টানাটনি। হিচাপ নজনা বমুৱাই যি পাইছে তাকে পৰম লাভ বুলি ধৰি লয়। নহ'লে জানো মোহনে এটা কামতে ইমান গাড়ী দৌৰাব পাৰে? দিনে দুশ টকীয়া মদৰ বটল উৰাব পাৰে?

'এই দুৰ্দশাৰ উত্তৰ আপুনি কি বুলি ভাবে শইকীয়া?'

'ৰিভল্যুচন, কমপ্লিট ৰিভল্যুচন।'

'আপুনি দেখোন এই অলপ আগতে বায়টিঙক বৰ ভয় লাগে বুলি ক'লে?'

'ভয় লাগে ছাৰ। কিন্তু এই ৰিভল্যুচনটো হ'ব লাগিব গোটেই সমাজতে।'

'কেনেকৈ?'

'আপুনি জানে আমাৰ বিজিনেচ কমিনিটিত ওৱাইফৰ টকা লোন ল'লে ইনটাৰেষ্ট দিব লাগে?'

'হয়—'

'এইটো বন্ধ হ'ব লাগিব।'

'কিন্তু কৰিব কেনেকৈ?'

'কৰিবই লাগিব। নহ'লে পইচা সোমায়হে- ওলাবলৈ নাজানে। আৰু ই আনি দিয়ে লোভ। যুগ যুগ ধৰি ঠায়ে ঠায়ে মাথো ধনৰ ভাণ্ডাৰ বাঢ়িছে গৈছে—কমিব জনা নাই।'

শইকীয়াৰ কথাটো সি গভীৰ ভাৱে চিন্তা কৰি চালে। কথাটো মিছা নহয়। সমাজত এচাম মানুহৰ অতি সঞ্চয়ৰ স্পৃহাই সমাজ গাঁঠনিটো দুৰ্বল কৰি পেলাইছে। প্ৰগতিৰ নামত কেইটামান মুষ্টিমেয় মানুহ ধনী হৈছে। বাকীবোৰ আৰু দুৰ্বল হৈছে। সি তাৰ গাঁও-খনলৈ চিন্তা কৰি চালে অলপতে সি ঘৰৰ পৰা চিঠি এখন পালে যে তাৰ গাঁৱৰ ৰূপৰাম পুৰোহিত নিৰুদ্দেশ হ'ল। আগতে সমাজ স্বচ্ছল আছিল—মানুহৰ ধৰ্মকৰ্মত মতি আছিল। ৰূপৰাম পুৰোহিতৰ গাঁৱতে পূজা-পাতল কৰি চলি গৈছিল। এতিয়া আজি-পৰহিৰ উন্নতিৰ লগে লগে বেপাৰী গাঁৱৰ চিয়ঁহৰ হেদালিৰ তল পালেগৈ। গাঁৱৰ

মানুহে সামান্য ধন পালে অৱশ্যে, কিন্তু বেপাৰীৰ টকাৰ মোনা শকত হ'লগৈ। সমাজখন আৰু দুখীয়া হৈ যাবলৈ ধৰিলে। ফলত নিজৰে খাবৰ নাই, ক'ত আৰু পূজা-পাতল বৰে? দাৰিদ্যৰ তাড়ণাত ৰূপৰাম শৰ্মা ঘৰৰ পৰা বাহিৰ হোৱাৰ বাহিৰে আৰু উপায় নাথাকিল।

'কি চাৰ? আই চে আনৰিজনেবল ঠিংচ?'

'নাই আপুনি ঠিকেই কৈছে।'

'আই লিভিং ইন মাজুলী এট চ' মেনি ফিচ ক্রিম প্রিভিয়াচ ডেইজ—নাউ লিভ মিজাৰেবলি। অল মাজুলী প্ৰডাক্ত গইং আউটচাইড।'

আমাক ইনডাষ্ট্রি লাগে, আৰু ইনডাষ্ট্রি। খেতিৰ মাটি ভাঙি ভাঙি নতুন নতুন ইনডাষ্ট্রি গঢ়ি উঠিছে। বন বননি টকাৰ লোভত ঠিকাদাৰে কাটি শেষ কৰিলে। ফলত পাৰিপাৰ্শ্বিক অৱস্থাৰেই পৰিবৰ্তন ঘটিল। বৰষুণ কমি গ'ল। নদীৰ বান্ধে নদীৰ তলী ওপৰ উঠালে। পথাৰত পলস নোহোৱা হৈ খেতি কমি গ'ল। পেটত ভাত নাই—ডানল' পিল্লি' কুচনত শুবলৈ যাব কোনে? খেৰৰ ঘৰত বিজুলীবাত্তি কোনে জ্বলাব?

বুইছে চাৰ—আমি ইণ্ডিয়াত সই অল্ড মেন জনৰ কথা পাহৰি গ'লো।

'কোন অল্ড মেন?'

'গান্ধীজী।'

শই˝ীয়া এসময়ত জেল খোৱা কংগ্রেছী। মহাত্মাজীৰ আদর্শত অনুপ্রাণিত শইকীয়াই এতিয়া মহৰী চাকৰি কৰিও উপলব্ধি কৰিছে আমাৰ কেৰোণ ক'ত? তেওঁ প্রকৃততে বুজিছে যে আমাৰ প্রকৃত বন্ধু গান্ধীজীহে—আন কোনো নহয়।

# ৰাৱ

সোমবাবু সেইদিনা বাতি নাছিল। পিছদিনাও নাছিল—তাৰ পিছদিনাও। এই দুদিন ৰাতি ৰাতি এখন ট্ৰাক আহিল। আন দুঠাইত জৰুৰী কামৰ অজুহাত দেখুৱাই বহুত বন্দুৱা স্থানান্তৰিত কৰা হ'ল। প্ৰথম লক্ষ্য আছিল ত্যাগবাজন আৰু তাৰ ঘৈণীয়েক পুণাম্মা। ত্যাগ-ৰাজনে আপত্তি কৰিছিল—কিন্তু তাৰ নচলিল। উৰীয়াৰ দলটো দুভাগ কৰি এভাগক পঠিওৱা হ'ল দলঙৰ কামত। নেপালী দলটোকো দুভাগ কৰি এভাগক গাইড বাণ্ডৰ কামলৈ পঠিওৱা হ'ল। এভাগক ইয়াতে ৰখা হ'ল নতুন কিছুমান বন্দুৱা আহি সেই ঠাইত উপস্থিত হ'লহি। চৰ্দাৰ কেইটাক বেছি পইচা দি হাত কৰা হ'ল। ফলত তিনি-চাৰি দিনলৈ বুৱেৰীত এটা অনাহক ব্যস্ততা চলি থাকিল।

পাঁচদিনৰ মূৰত যেতিয়া পৰিস্থিতিয়ে অলপ শাম কাটিলে তেতিয়া এদিন গাড়ী লৈ চাইটত উপস্থিত হ'লহি সোমবাবু আৰু দীনদয়াল জয়চাৰিয়া। তেওঁলোক দুয়ো হৰিশৰ 'বলৈকে আহিল। জয়চাৰিয়া বাবু খুব ভদ্ৰ মানুহ সেই মানুহজনৰ সন্তান মোহন যে এনে হ'ব পাৰে সেইটো কল্পনাও কৰিব নোৱাৰি। তাৰ উত্তৰত জয়চাৰিয়াই নিজেই ক'লে—

—'নচীব চাৰ নচীব। মানুহৰ সুসন্তান হ'বলৈকো নচীব লাগে।'

'কিন্তু আপুনিটো শুনিছো ধৰ্ম-কৰ্মতেই থাকে?'

'হয় চাৰ। কিন্তু মাকেই তাৰ মূৰটো খালে।'

মই পেৰথমেই কৈছিলু ইয়াতে হিন্দী হাইস্কুল আছে। লাগিলে দুই চাৰিটা মাষ্টৰ টিউচনী লগাই দিওঁ। ওহো- মাকে নামান্নিলে। লোৰা বাহিৰত পঢ়াব লাগে। এতিয়া মজা পাইছে। তাৰ লগৰ লোৰা এতিয়া কেনে বিকম পাচ কৰি চাৰ্টাৰ্ড একাউণ্টেণ্ট হইছে—আৰু সি হৈছে গুণ্ডা।'

বৰ দুখেৰে জয়চাৰিয়াবাবুৱে কথা কেইটা ক'লে।

জয়চাৰিয়াবাবুৰ লগত সি কুৱেৰীৰ পিনে ওলাব লগা হ'ল। কুৱেৰীৰ দীঘল দীঘল হেৰৰ ঘৰবোৰত পুৰণি মানুহ কেইটামানহে ৰৈছেগৈ। কিন্তু মোহনৰ হিচাপ ঠিকেই আছে। সেউতী, কনমইনা, গুলাববানু হৰিমতী, ৰজিনাইত বদলি হোৱা নাই। ঘূৰি ঘূৰি তিনিও গৈ জয়চাৰিয়াবাবুৰ কেম্পত বহিলগৈ। জয়চাৰিয়াবাবুৱে বেন্থু সোমৰ হতুৱাই সেউতীক কেম্পৰ পৰা মতাই আনিলে। লাজ অপমানত আহত পক্ষীৰ দৰে সেউতী লাজ লাজকৈ জয়চাৰিয়াবাবুৰ আগত ঠিয় হ'লহি। জয়চাৰিয়াবাবুৱে সেউতীক এবাৰ মূৰৰ পৰা ভৰিলৈকে ভালদৰে চাই ল'লে তাৰ পিছত ক'লে—'মাই, মই তোক আৰু দুশ টকা দিওঁ। তই এই শিল ভঙা কামটো এৰি আঁতৰি যা।'

'শিল নাভাঙিনো কি কৰিম?' আহত সাপৰ দৰে সেউতী ফোঁচকৈ গর্জি উঠিল। 'তোমাৰ লৰাক চম্ভালা ঠিকাদাৰ বাব। মোক ক'লে কি হ'ব?'

এজনী সামান্য বনুৱাই কোটি টকাৰ কাম কৰা ঠিকাদাৰক এনেকৈ কব বুলি বোধহয় জয়চাৰিয়াবাবুৱে আশা কৰা নাছিল—তাতে সোমবাবু আৰু হৰিশৰ আগত ইয়াৰ পিছত কি আদেশ হয় হৰিশে জানে। সেউতীৰ হিচাপ পত্ৰ ঠিক কৰি সোমবাবুৱে কব—'তোৰ আৰু কাম নাই যা' এইদৰে প্ৰাপ্তি আৰু এইদৰেই বিনাশ। মানুহৰ কিবা অভাৱ আছে জানো?

কিন্তু কি কাৰণে জানো? জয়চাৰিয়াবাবুৱে সেউতীক নেখেদিলে। বৰং ক'লেহে—

'মাই, তই মোৰ বেটীৰ সমান তই এই কাম এৰি আঁতৰি যা। তোক মই দুচৰা কাম দি দিম।'

সেউতী সেইটোতো মান্তি নহ'ল। তাই জয়চাৰিয়াবাবুৰ মুখৰ আগেৰেই হন হনকৈ আঁতৰি গ'ল। জয়চাৰিয়াবাবুৱে নিশ্চয় অপমানিত বোধ কৰিলে। তথাপি জয়চাৰিয়াবাবুৱে একো কৰিবলৈ সাহস

নকৰিলে। কাৰণ সেউভীৰ পিছত গোটেই বন্নুৱা দলটো। জয়চাৰিয়া-বাবুৱে সেইটো ভয় কৰিলে

'ছুনিয়া বদলি হৈ গ'ল চাৰ। এই লেৰকীৰ দিমাগটু দেখিলে? নহলেমু ভাইক ভাইৰ মতা চোড়ি দিয়েনে? লিডাৰ! একদম কমিনিষ্ট!'

ইমানবোৰ কথা কোৱাৰ পিছতো কিন্তু জয়চাৰিয়াবাবুৱে বুজিলে যে তেওঁৰ ধনৰ অস্কটো মোহনৰ পৰা নাহে। আহিব এই বন্নুৱাবোৰৰ পৰাহে। তাতে নতুন নতুন কাম ওলাইছে। আন ঠিকাদাৰেও বন্নুৱা বিচাৰি হাহাঁকাৰ কৰি আছে। বেচি টকা দিলে এই বন্নুৱাৰ দলটো আন ঠিকাদাৰৰ তালৈ গুচি গ'লে জয়চাৰিয়াবাবুৰ কাম মুঠিব আৰু তেওঁৰ টকাৰ মোনা পুৰা নহ'ব। তেওঁৰ বদনাম হ'ব—তেওঁৰ সদনাম নষ্ট হ'লে তেওঁ আৰু নতুম কাম নাপাবও পাৰে। জয়চাৰিয়াবাবুৱে সেই ৰিস্ক লবলৈ সাহস নকৰিলে। সেয়ে তেওঁ মুখৰ ভিতৰতে ভোৰ্ ভোৰালে—

'ই মোক খাই দিলে, বেমু—ই মোক খাই দিলে।'

'আকৌ লিখা-পঢ়া কৰিবলৈ নপঠিয়াই কিয়?' বেমুসোমে কবলৈহে পালে জয়চাৰিয়াবাবুৱে এক বিষাদ তথা অৰ্থপূৰ্ণ হাঁহি মাৰি ক'লে—

'লিখা-পঢ়া? হুঃ? কিমান টকা সি নুকচান কৰিলে তাৰ হিচাপ কি আছে? ভাবিছিলু বিজনেচটুত লাগিলে ভাল হ'ব। কিন্তু?'

বহুত আশা কৰিছিল জয়চাৰিয়াবাবুৱে তেওঁৰ একমাত্ৰ ল'ৰা মোহনৰ পৰা। নিজে খুব লিখা-পঢ়া নাজানিলেও শিক্ষাৰ মূল্য জয়-চাৰিয়াবাবুৱে বুজিছিল। বহুত পৰিশ্ৰমৰ মূৰত গঢ়ি তুলিছিল তেওঁৰ কালুৰাম জয়লাল ইনডাষ্ট্ৰি। প্ৰথমে গেলামালৰ দোকানৰ পৰা লাহে লাহে আটাৰ মিল, তেলৰ মিল; কালুৰাম জয়লাল এণ্ড কোং গঢ়ি তুলিছিল জয়চাৰিয়াবাবুৱে নিজেই। মোহনক পঠিয়াইছিল দাৰ্জিলিঙলৈ পঢ়িবলৈ। কিন্তু প্ৰথম বছৰতে মোহনে তাৰ স্বৰূপ বাহিৰ কৰি পেলালে। প্ৰথম বছৰ ঘৰলৈ আহি আন নহ'লেও ইংৰাজীত গালি পাৰিবলৈ শিকিলে। সাজ-পোচাকবো ধৰণ বেলেগ হ'ল। ৰাতিপুৱা

স্নান কৰি হনুমানজীৰ পূজা নকৰাকৈ পানী এটোপাও গ্ৰহণ নকৰা জয়চাৰিয়াবাবুৰ ঘৰত ইয়াৰ দোষ্ট লৈ দিন-ৰাতি গীতাৰ, বঙ্গোৰ হাল্লাত জয়চাৰিয়াবাবু অতিষ্ঠ হৈ উঠিল। ইয়াৰ পিছত মোহনৰ মগজুত খেলালে, সি এখন চিনেমা কৰিব আৰু তাৰ হিৰো হ'ব সি নিজে। স্ক্ৰীপ্ত এখনো সি তৈয়াৰ কৰি পেলালে। ইয়াৰ পিছত সমস্যা হ'ল হিৰোইন লৈ। যেই সেই ছোৱালী হ'লেতো নহ'ব—অলপ ষ্টেজত উঠা ছোৱালী হ'ব লাগিব।

ঠিক সেই সময়তে দলৰ পৰা অব্যাহতি লৈ তুলিকা ঘৰত আছিলহি। যোগাযোগ হৈ গ'ল—তুলিকা মোহনৰ চিনেমা কোম্পানীলৈ গুচি আহিল।

স্ক্ৰীপ্ত, ৰিহাৰ্চেল, চট ডিভিজন, এৰেঞ্জিং—এই সকলোবোৰ পূৰাদমে চলিব ধৰিলে। ব্লাড প্ৰেচাৰৰ ৰোগী জয়চাৰিয়াবাবুৱে মোহনৰ কাণ্ড-কাৰখানাত প্ৰমাদ গণিলে। তাতে ইন্ধন যোগালে মোহনৰ নিত্য নতুন নানা আব্দাৰে। চিনেমা কৰাৰ নামত টকা গৈয়েই আছে, অহাৰ নাম নাই। এবাৰ বোলে কেমেৰা এৰেঞ্জ কৰিবলৈ কলিকতালৈ যাব লাগে, এবাৰ মিউজিক ডিৰেক্টৰৰ লগ ধৰিবলৈ টকা লাগে—এবাৰ চিনেমাৰ এৰেঞ্জাৰ জনক লগ ধৰি এডভান্স কৰিব লাগে। জয়চাৰিয়াবাবুৰ চকু কপালত উঠিল। তেওঁ হাত তুলি দিলে।

অৱশ্যে মোহনেও ইমানবোৰ খৰচৰ মূৰত গম পালে যে অকল টকা হ'লেই চিনেমা নহয়—আৰু বহুত কথা জানিব লাগে। আন একো নহ'লেও টকা বোলা বস্তুটোক কেনেকৈ চলাব লাগে সেইটো মোহনে ভালকৈ জানে। সেয়ে এদিন ইমানতে ইতি কৰি চিনেমা কোম্পানী ভাগিল। জয়চাৰিয়াবাবুৱে ভাবিলে বিপদ মুক্ত হ'ল, কিন্তু সম্পূৰ্ণৰূপে নহ'ল। তুলিকাক মোহনে নেৰিলে—তাই ৰৈ গ'ল। মোহনৰ চেক্ৰেটেৰিৰূপে।

এইখিনিতে হৰিশৰ চিন্তাত যতি পৰিল।

সেইদিনা মেচত বেচি খৰছ কৰা বুলি মোহনে বেমুসোমক

যা-তা কথা কৈছে। কিন্তু মে হনে তাতকৈ বহুত বেছি টকা একে বহাতে উৰায়।

'আপনাৰ মেটেলৰ চাইজ লৈ মোহনৰ লগতে ঝগড়া হইছে? —জয়চাৰিয়াবাবুৱে সুধিলে।

'বিশেষ নাই' সি ক'লে—'মই মেটেলৰ চাইজটো সৰু কৰিবলৈ কৈছো।'

'মই কৰি দিম চাহাব। আপনি মোৰ জিনিচটু পাচ কৰি দিয়ক।'

'সেইটো কেনেকুৱা কথা? কাম নোহোৱাকৈ মই কেনেকৈ কৰিম?' 'বিচ্ৱাচ কৰক মই কৰি দিম। অলপ টকাৰ টানত আছো।' হৰিশে একো নামাতিলে। হৰিশৰ নীৰৱতাত জয়চাৰিয়াবাবু সন্তুষ্ট হ'ব নোৱাৰিলে। তেওঁ সুধিলে।

'কওঁক, কৰিবতু?' তাৰ পিছত জয়চাৰিয়াবাবুৱে সোমবাবুলৈ চাই ক'লে—এই বেন্ন, যা-তো, চাহাবৰ কাৰ্নে একটা জিনিচ আনছিলু। গাড়ীত আছে লই আহ!'

সোমবাবু উঠি গ'ল।

হৰিশৰ মনত এটা বিৰাট দ্বিধা আৰু সংশয়ে দেখা দিলে। সি দেখিলে জয়চাৰিয়াবাবুৰ কেস্পৰ আগত থকা সূৰ্য্যমুখী ফুল কেইডাললৈ কেইটামান পলুপোক উঠি গৈছে। সি পুনৰ জয়চাৰিয়াবাবুৰ মুখলৈ চালে।

কিবা এটা সমৰ্থনৰ প্ৰতীক্ষাত জয়চাৰিয়াবাবু অধীৰ আগ্ৰহত বৈ আছে।

আপুনি কোনো বয়া নাভাবিব চাহাব, এইটু একু নহয়।

'আপনি মোৰ লোৱাৰ নিচিনা। নাভাবিব আপনাৰ বিলটু পাবাৰ নিমিত্তে মুই এইটু কৰিছু।'

সোমবাবুৱে ইতিমধ্যে টোপোলা এটা লৈ সোমাইছেহি। সোমবাবুও দ্বিধাগ্ৰস্ত।

'জয়চাৰিয়াবাবু, কি আৰম্ভ কৰিলে, মোক মাফ কৰিব। আপুনি আপোনাৰ বস্তু লৈ যাওক। বিল মই এনেয়ে কৰি দিম।'

'সেইটো কি কথা?' জয়চাৰিয়াবাবুৱে ক'লে 'কুচ্ছু নাই—খালি এক চাটিং পিচ। নিজৰ লড়কাতো জহন্নামে গ'ল। লড়কা ভাবি আনছিলু—নালোলে অন্তৰত দুখ পাম।'

'ক্ষমা কৰিব—মই নোৱাৰিম। মোক জোৰ নকৰিব।' সি ঠিয় হ'ল আৰু যাবলৈ ওলাল।

'আৰে আৰে আৰে—অন্ততঃ চাহটু খাই যাওক।' সি আৰু চাহ খাবলৈ নৰ'ল। বাহিৰ ওলায়েই সি গ'ল নদীৰ পাৰলৈ।

কুৱেৰীলৈ সন্ধিয়া নামি আহিছে। কুলু কুলু স্বৰে বৈ গৈছে এই নদী অনন্তকাল। বনুৱাবোৰে দলে দলে নদীখনত গা ধুবলৈ নামিছে। কোনো জনো দীঘল টানেৰে গাইছে—

'অকুল দৰিয়াৰ মাঝে
আমাৰ ভাঙ্গা নাও
মাঝি বাইয়া যাও ৰে ····।'

এটা দিন শেষ। এতিয়া সকলোবোৰ নিকা হ'ব। দিনটোলৈ এমুঠি বহাব। ভাতিখানাত যোৱাবোৰ ভাতিখানালৈ যাব। মদ খাই হাল্লা নকৰিলে, কাজিয়া নকৰিলে গোটেই চাইটলৈ এটা নিস্তব্ধতা নামি আহিব। সি আৰু এতিয়া ফিৰি নাযায়—অন্ততঃ জয়চাৰিয়াবাবুৰ গাড়ীখন গুচি নোযোৱালৈকে। জয়চাৰিয়াবাবুক প্ৰলোভনেৰে তাক জয় কৰিবলৈ ক্ষমতা সি নিদিয়ে। সি যাব শইকীয়াৰ ঘৰলৈ—তাৰ পৰা জীৱন দাসৰ তালৈ, জয়চাৰিয়াবাবুৱে অন্ততঃ চকুৰ লাজতে তাক বিচাৰি সেইখিনি নোলাবহি।

# তেৰ

জয়চাৰিয়াবাবু গ'লগৈ—লগতে বেম্নু সোমো গৈছে। ৰক্ষা। সি ঘৰলৈ উভতিল। কিন্তু ঘৰ সোমায়েই টেবুলত জয়চাৰিয়া বাবুৱে তেতিয়া দিয়া পেকেটটো দেখি তাৰ মূৰ ঘূৰি গ'ল। অনন্তক সুধি সি গম পালে যে বেম্নু সোমে বস্তুটো একপ্ৰকাৰ জোৰ কৰিয়েই টেবুলত ৰাখি গৈছে। কৈছে জয়চাৰিয়াবাবুৱে দিয়া বুলি ক'বলৈ—সিটো তাৰ কাৰণে মাৰাত্মক। সি এক মুহূৰ্ত ভাবিলে—কি কৰিব? ফিৰাইতো সি দিবই—কিন্তু কিমান সোনকালে আৰু কেনেকৈ?

এক অস্বস্তিত তাৰ ভালদৰে ভাতেই খোৱা নহ'ল। শেতেলী লৈও সি শুব নোৱাৰিলে। সেই এটা চিন্তাই তাক খুলি খুলি খাবলৈ ধৰিলে। সেই নীলা টেৰিউলৰ চাৰ্টিংটোৱে যেন এডাল নীলা সাপৰ দৰে তাক খাবলৈ খেদি আহিছে? লাহে লাহে যেন সেই সাঁপটোৰ মুখলৈ সি সোমাই গৈছে। সি এতিয়া কি কৰিব?

মাজনিশা সি এবাৰ বিচনাৰ পৰা উঠি বাহিৰলৈ আহিল। বগা পেকেটটোত নীলা কাপোৰটোৰ আগটো ট' ট' কৈ জিলিকি আছিল। সি ভাবিলে গোটেই বস্তুটো নি এঠাইত পেলাই দিব নেকি? কিন্তু ইয়াৰ পৰা ত ৰ একো লাভ নহ'ব। এই কাৰ্য্যই তাক জয়চাৰিয়াবাবুৰ পৰা হোৱা আত্মগ্লানিৰ পৰা ৰক্ষা নকৰে। তেওঁ বা তেওঁৰ মানুহে এই কথা এঠাইত কৈয়েই নেৰে—হেজাৰ ঠাইত ক'ব, আনকি বৰচাহাবকো। ফলত যিটো মনৰ জোৰত সি বৰচাহাবৰ ইমান অন্যায়কো মূৰ পাতি লৈছিল তাৰ প্ৰাচীৰ ভাঙি-চিঙি একাকাৰ হৈ যাব। সি আকৌ বিচনালৈ ঘূৰি আহিল। সি বিচনাত বহি বহি টেবুলত থকা গিলাচটোৰ পানী গিলাচ খাই শেষ কৰি পেলালে। লেমটো বঢ়াই দি সি চাৰিওপিনে এবাৰ চাই ল'লে। চাঁতখনত এটা জেঠীয়ে ফৰিং এটা ধৰিবলৈ খাপ পাতি বৈ আছিল। ফৰিংটোৱে বোধহয় গম পাইছিল। সি উৰি উৰি ঠায়ে ঠায়ে পৰিলগৈ আৰু জেঠীটোৱেও খাপ পাতি সুবিধালৈ বাট চাই আছিল। সি আকৌ উঠি আহিল আৰু খিৰিকীখন খুলি

বাহিৰলৈ চাই পঠিয়ালে। দূৰৰ পাহাৰবোৰ ৰাতিৰ নিস্তব্ধ প্ৰহৰীৰ দৰে ঠিয় হৈ আছে। কৰ্মক্ষেত্ৰ নীৰৱ—আনকি মদখাই মাতলামি কৰা শেষ মানুহকেইটাও ঘৰলৈ উভতিছে। মাথো জাগি আছে সি—এই উনত্ৰিশ বছৰীয়া স্থপতিবিদ হৰ্ষৰ্শ দাস।

খুঁটকৈ এটা শব্দ হ'ল। সি ওপৰলৈ চালে। জেঠীটোৱে ফৰিংটো ধৰি পেলালে। ফৰিংটোৱে বুবাবস্মান মৰণপন চেষ্টা দি নীৰৱ হৈ গ'ল। সি আকৌ শুবলৈ চেষ্টা কৰি শেতেলীত দীঘল দিলে। অলপ কনকণীয়া শীতে তাক দিগদাৰী দি আছিল। লেপখন গায়েমুৰে লৈ সি ভাবি গ'ল। আজি এই সভ্যজগতৰ পৰা বিচিন্ন হৈ শিল ভঙা কুৱেৰীত সি অকলশৰে। সকলোবোৰৰে ভাল ভাল ঠাইত চাকৰি হয়—মাথো তাৰহে নহয়। মাথো জঙ্গল আৰু জঙ্গল।

'সেইবোৰ হ'বলৈ বহুত কায়দা লাগে বন্ধু—বহুত কায়দা। কায়দাবোৰ কৰা, হৈ যাব।' তাৰ বন্ধু এজনে তাক কৈছিল। কি কায়দা? সিতো পৰাখিনি সকলো কৰিছেই? তেনেহ লে?

নিজান নিঃসঙ্গ ৰাতি এজনী ধুনীয়া ছোৱালীৰ চিন্তা সহজে মনলৈ আহে। সি ঘূৰি গ'ল অতীতলৈ সৌ সিদিনাৰ কথা, পুতলী বুলি এজনী ছোৱালীয়ে তাৰ আমঠু ক'লা কৰি আঁতৰি গ'ল। তাৰ পিছত কমি আহিল—চকামকাকৈ তুলিকা। কিন্তু মৰম আকলুৱা মনত পুতলীৰ সমান বেদনা তাক কোনেও দিয়া নাই। সেয়া যেন আছিল কোঁহে কোঁহে কোমল এটা মৌকোঁহ। সেই মধুভাণ্ডাৰ অতৰ্কিত ধুমুহাত ধ্বংস হৈ গ'ল—ৰৈ গ'ল মাথো সহস্ৰ মধুকৰৰ অসংখ্য দংশন।

আৰু কমি? তাইৰ কথা মনত পৰিলেই তাক এটা গুলিবিদ্ধ ধনেশৰ দৰে লাগে। সেই স্মৃতিও নিদাৰুণ; আজিৰ এই নিঃসঙ্গ শিলনিত সি পৰি আছেহি।

কিন্তু তাই আতৰি গ'ল বহুদূৰলৈ

কোন্ তলকত সি টোপনি গ'ল সি কব নোৱাৰে। মাথো সি শুনিলে যেন কাৰোবাৰ মাত শুনি সি বলিয়াৰ দৰে দৌৰি আছে। দৌৰি আছে।

পুনুদা, পুনুদা, পুনুদা ..... ..... '

সি গৈ আছে। পর্বত-পাহাৰ ভেদি সি গৈ আছে—গতিৰ তাৰ শেষ নাই। পাহাৰৰ মাজৰ পৰা, কুঁৱলীৰ মাজৰ পৰা মেঘ আৰু তাৰৰ ফালি শুনিছে সি সেই পৰিচিত মাত ..... ..... পুনুদা ..... .'

এই মাত তাৰ অতি আপোন কলিজাৰ আগমণ্ডহ।

মন তাৰ বিহ্বল। এই কণ্ঠস্বৰেই এদিন তাক গাওঁ এৰি চহৰলৈ আহিবলৈ বাধ্য কৰিছিল। হঠাৎ মেঘ ফালি এক উজ্জ্বল জ্যোতিৰে সি দেখা পালে সেই ছাঁয়ামূৰ্ত্তিক।

'কোন? পুতলী? তুমি?'

'এয়া মই—পুনুদা। মোক দেখা নাই?'

লাহে লাহে চকুত চাত মৰা পোহৰত সি দেখিলে পুতলীক। তাইৰ হাত-ভৰি সকলো বন্ধা—ফুলৰ শিকলিৰে।

'পুতলী।'

'পুনুদা।'

'আহা মোৰ ওচৰলৈ আহা।'

শিকলি চিঙি তাই তাৰ ওচৰলৈ আহিবলৈ বিচাৰিলে কিন্তু নোৱাৰিলে।

'তোমাক কোনে বান্ধিলে পুতলী?'

'তুমি।'

কি কথা কোৱা পুতলী! মই? তুমিতো মোক কেতিয়াবাই পাহৰি গৈছা। তুমিতো মোৰ নোহোৱা? তুমি নীৰেণৰ।

'ওহোঁ—তোমাৰ মৰমৰ শিকলিবোৰে চোৱা মোক কিমান কষ্ট দিছে? মোৰ বান্ধবোৰ খুলি দিয়া পুনুদা। মই ওপৰলৈ উৰি যাব পৰা নাই।'

'তুমি মোক ভাল পাইছিলা পুতলী?'

'এতিয়াও পাওঁ। মোৰ মনটোৱে আজিও যে তোমাকেই বিচাৰে '

'কিন্তু তুমি যে মৃত? তুমি তুমি তো ..... ..... '

'তুমি নাজানা পুনুদা, কিমান বেদনা লৈ মই বিদায় ল'লো ? মই জানিছো তুমি মোক সদায় ভাল পাবা—মোক পাহৰিব নোৱাৰা ।'

'মই এতিয়াও তোমাক ভাল পাওঁ পুতলী। তাৰ পিছত বহুত আহিল। বহুতে মোৰ সবলতাৰ সুযোগ লৈ মোক ঠগি ঠগি আতৰি গ'ল। কিন্তু তোমাক নোপোৱাৰ বেদনা মোৰ চিৰন্তন, কোৱা তোমাক মই কেনেকৈ পাম ?'

'মোক একেবাৰে পাহৰি যোৱা পুনুদা। চোৱা এইবোৰ মোৰ শৰীৰৰ ক'লা দাগ। মোক যাবলৈ দিয়া। মোক ধৰি নাৰাখিবা।' কোৱা মই কি কৰিম ? তুমি যি কৰিলে ভাল পোৱা তাকেই মই আপ্ৰাণ চেষ্টা কৰিম।'

'মোক আৰু মনলৈ নানিবা পুনুদা। ধৰি লবা তোমাৰ পুতলী বোলা এই মাটিৰ দেহাটো মাটিত মিহলি হৈ গ'ল। নহ'লে তোমাৰ ভাৱ কেতিয়াবা ইমান তীব্ৰ হৈ পৰে যে মই চঞ্চল হৈ পৰো। এই বন্ধন মোৰ খুলি দিবা পুনুদা ? কোৱা খুলি দিবা ?' পুতলীৰ আবেগ জৰিত কণ্ঠত হৰিশ চঞ্চল হৈ পৰিল। সি লাহেকৈ ক'লে।

'পাৰিম—কিন্তু ?'

পুতলীয়ে সম্ভৱ হৰিশৰ শেষৰ কথাখিনি নুশুনিলে। পুতলী আনন্দত বিহ্বল হৈ পৰিল।

'উস পুনুদা, তুমি ইমান ভাল। তুমি ইমান কোমল ? তুমি ইমান ···· ···· ।'

লাহে লাহে ঠাইখিনি আৰু পোহৰ হৈ পৰিল। কাৰ যেন বজ্ৰ কণ্ঠত নিনাদিত হ'ল ঋকবেদৰ আমোঘ স্তুতি বাণী এক ভীষণ ধুমুহাই সকলোকে থানবান লগাই দিলে। পুতলীক আৰু নেদেখি সি চিঞৰিলে ···· পুতলী, পুতু মোৰ ···· ···· পুতু শুনা।'

সি আৰু একো নেদেখিলে।

অনন্তই বাহিৰৰ পৰা দুৱাৰত চকিয়াই চকিয়াই মাত লগাই দিলে 'চাৰ, চাৰ, উঠক চাৰ।'

সাৰ পাই দেখে যে চকুলোৰে গোটেই গাকটো তাৰ তিতি গৈছে।

## চৈধ্য

সোমবাবু পিছদিনাও নাহিল।

এই লৈ কুৰেৰীলৈ এটা বিৰাট জল্পনা কল্পনা। কিন্তু তাতেই আন এটা সমস্যাই কুৰেৰীৰ মানুহবোৰক প্ৰায় বিদ্ৰোহৰ পথলৈ ঠেলি দিলে। সিহঁত দুসপ্তাহ ধৰি মজুৰী পোৱা নাই। সিহঁতৰ লগৰ এজনক চান্দা তুলি পঠিয়াই সিহঁতে গম পালে যে চৰ্দাৰ জানকীৰামে সকলোবোৰ বন্নুৱাৰ দৰমহা লৈ বিহাৰ পালেগৈ। বন্নুৱাজনে আহি এই খবৰ কুৰেৰীত কোৱাত তাত এক বিৰাট উত্তেজনাই দেখা দিলে। এনেয়ে ইমান পৰিশ্ৰম তাতে পেটত ভোক। মজদুৰবিলাক পগলা হোৱাদি হ'ল।

'ইসকো তো খুকুৰীছে হিৰকাই দেগা।' চৰ্দাৰ বীৰ বাহাদুৰে খঙতে চিঞঁৰি উঠিল।

'পাওৰহ তোক'—মহেন্দ্ৰ কলিতাই গৰ্জিলে, এক্কে পানপোতিয়া চৰে বাপে মায়েৰ বিয়া দেখেই দিম।'

'মোৰ এটা চকুহে গেছি—তাৰ দুটাকে নিম বাচা।' এক চকুৱা গজিনে ক'লে। চাইতত তাৰ নাম এক বেটেৰী।

'তেনেহ'লে আমাৰ কি হ'ব?' সেউতী কনমইনাৰ দলে ভয় খালে। সিহঁত তিৰোতা মানুহ। সিহঁতে এইবোৰ একোকে কৰিব নোৱাৰে।

'হব বহু কিবা এটা'—মহেন্দ্ৰ কলিতাই সাহস দিলে। 'ব'ল, আমি চবদিলাখান জয়চাৰিয়াবাবুৰ ঘৰত হাজিৰ হওঁ যাই।' গজিনে ক'লে।

'যাবি বুলিলে যাবিনে ?' মহেন্দ্ৰ কলিতা বিজ্ঞ মানুহ। বয়সে তাক বিজ্ঞ কৰিছে। 'বাচৰ ভাড়া, থাকা খোৱাৰ খৰছ, এইবিলা ক'ত পাবি ?'

শেষত সিদ্ধান্ত হ'ল সিহঁতৰ মাজৰে মহেন্দ্ৰ কলিতায়েই টাউনত জয়চাৰিয়াবাবুৰ ঘৰত হাজিৰ হৈ সিহঁতৰ কথাখিনি কবগৈ।

দলে দলে সকলোবোৰ হৰিশৰ চোতাল পালেগৈ। ৰাতিপুৱাই এই সমদল দেখি হৰিশ চিন্তাত পৰিল। এটা গণ্ডগোল সৌ সিদিনা হৈ গৈছেহে—আকৌ বা কি লাগিল ? সি ওলাই আহিল। দলৰ মাজৰ পৰা আগবাঢ়ি আহিল মহেন্দ্ৰ কলিতা। সি আৰম্ভ কৰিলে—

'চাব যাৱা বজাৰতো আৰু কাৰো বজাব কৰা নহ'ল। দোকানৰ বাকী দিয়া হ'ল, ই বেটা মনকীৰামে—'

মই সকলো শুনিছো।'

হৰিশে অলপ সময় কথাটো চিন্তা কৰি চালে। সমুখত তাৰ বিৰাট জনতা। কথাটো সম্পূৰ্ণ ঠিকাদাৰৰ—ইয়াত তাৰ কৰিবলৈ একো নাই। তাৰ কথা ঠিকাদাৰে নুশুনিবও পাৰে। মোহনেতো নুশুনেই। কিন্তু মানবতাৰ খাতিৰত সি কিবা এটা কৰিবই লাগিব– তাকো অতি সোনকালে।

বাইজৰ মাজত বিভিন্ন ধৰণৰ প্ৰতিশোধৰ ধ্বনি উঠিছে। কিন্তু ধ্বনি তুলিলেইতো সকলো নহয়। জানকীৰাম হয়তো ইমানপৰে বিছাৰ পালেগৈ। অথবা কোনোবা অচিন কুৰেৰীত নতুন আস্তানা গঢ়ি তুলিছে।

হৰিশৰ ধৰৰ সমুখত মানুহ দেখি জীৱনদাস আৰু চেনিৰাম শইকীয়াও ওলাই আহিছে। চেনিৰাম আৰু জীৱনদাসে ইতিমধ্যে সকলো গম পাইছে সেয়ে চেনিৰামৰ মুখত ফৰাফৰ ইংৰাজী ফুটিব লাগিছে—

'চিট্, কেচ নাম্বাৰ ফৰ্টিৰ টুৱেন্টি—ইক গেটিং ওৱান ৰুপিং টু জানকীৰাম গইং টু চিভিল হস্পিটেল। চাব, ডু চামথিং মহ'লে ভি পুৱৰ কেল'জ চিঅ'ৰলি ডাই।'

'ই চাহাব কা ভটৰ ভটৰ লগাইলি হ ?' —বাইজৰ একজন মন্তব্য

কৰিলে। জানকীৰামেই এদিন সুদূৰ বিহাৰৰ পৰা এই বনুৱাৰ দলটো বেঁচি লাভৰ আশাত মাতি আনিছিল। তাৰ মন্তব্যত শইকীয়াৰ খং উঠি গ'ল।

'হোৱাট চেয়িং? আই ডু ভটৰ ভটৰ। প্লিডিং ফৰ ইউ এণ্ড চে আই ডু ভটৰ ভটৰ?'

'মাফ কৰিয়ে বাবুজী'—সিহঁতৰ মাজৰ বয়োবৃদ্ধ এজনে আহি তাৰ হৈ ক্ষমা খুজি ক'লে—'ইসকো চোড় দিজীয়ে। গাঁৱৰা আদমী।'

বুঢ়াৰ কথাত শইকীয়াৰ উঠি অহা খংটো দমি গ'ল। শেষত যেনিবা এই সিদ্ধান্ত হ'ল যে গোটেই বনুৱা দলটোৰ হৈ শইকীয়া জয়চাৰিয়াবাবুৰ ওচৰলৈ যাব আৰু জয়চাৰিয়া বাবুক গোটেই পৰিস্থিতিৰ কথা বুজাই ক'ব। পাৰিলে তেওঁ লগতে এই সপ্তাহৰ হাজিৰাটোও লৈ আহিব।

সিদ্ধান্তৰ পিছতো মানুহবোৰে এটা সন্দেহৰ ভাৱ লৈ ঘৰাঘৰি গ'ল। সিহঁতৰ বিষণ্ণ মুখবোৰ দেখি হৰিশৰ এনে লাগিছিল যেন মানুহে ঠগ কৰক। কিন্তু এইদৰে দিনৰ পিছত দিন জাৰ-জহ, শীত, বসন্ত সকলো মূৰত লৈ শিলৰ বুকুত তেজ দিয়া এই মানুহবোৰৰ বিনিময়ত নহয়। এতিয়া শইকীয়াৰ কথাইবা জয়চাৰিয়াবাবুৱে মানে নে নেমানে?

অৱশ্যে হৰিশৰ আন এটা কামো আছিল। আজি কেইদিনমান আগতে জয়চাৰিয়াবাবুৱে তাক দি যোৱা চাৰ্টিওৰ পিচটো সি এতিয়াই দিও দিও বুলি দিব পৰা নাই। শইকীয়াৰ হাততে সি সেইখিনি পঠিয়াই দিয়াৰ কথা শইকীয়াক সি ভিতৰলৈ মাতি নি সকলোখিনি ক'লে। শুনি শইকীয়াই ক'লে....

'কমপ্লিকেটেড, হোল মেটাৰ কমপ্লিকেটেড চাৰ। কিন্তু মই সিদ্ধান্ত কৰিছো—বস্তুটো মই ঘূৰাই দিমেই। ভেৰি গুড, ভেৰি গুড চাৰ'—'শইকীয়াই ক'লে'—'এইবিলাক নক্টা বইলৰ দৰে—ন' কাটিং বাউ' পেইলিং।'

কিন্তু তেওঁযে মোক নিজৰ ল'ৰাৰ দৰে ভাবি বস্তুটো দিছিল? হৰিশে ঠাট্টা কৰি ক'লে।

'বাদ দিয়ক চাৰ', শইকীয়াই ক'লে—'তেওঁ আপোনাক চান্ বুলি ভাবিছে কিন্তু কত তেনেকুৱা চান তেওঁৰ চকুত আগতে মৰিছে, ক'তা? তেওঁলোকৰ প্ৰতিটো তেওঁৰ কোনো চিমপেঠি নাই? আৰু আপোনাকটো তেওঁ আগৰ পৰাই জানে। কিন্তু এতিয়া আপোনাৰ তলত কাম এটা আছে কাৰণে আপুনি তেওঁৰ চানলাইক!'

এইখিনি কৈয়েই শইকীয়া আনমনা হৈ গ'ল। খোলা খিৰিকি খনেৰে বাহিৰলৈ চাই চাই তেওঁ আপোনমনে কৈ গ'ল—

"আপুনি মোতকৈ বয়সত বহুত সৰু চাৰ। টু ইয়ং। এই ক্ষুদ্ৰ জীৱনত মই বহুত দেখিলো বহুত শুনিলো। মেনি এক্স পিৰিয়েন্স, লং লং এক্সপিৰিয়েন্স। বাৰে বাৰে বাৰিষা মোৰ মাজুলী উটি যায়, ভাঁহি যায়—ভেলৰ ওপৰত ল'ৰা-ছোৱালী লৈ ৰাতি খপো। সাপে বাঘে একাকাৰ। আপোনাৰ সময় নষ্ট কৰা নাইতো চাৰ?"

'নাই কৰা। কৈ যাওঁক।'

'আমাৰ বানপানীত সহায় কৰিবলৈ সাহায্য যায়। যায় চহৰৰ লেডিসকল। তেওঁলোক আইবিত থাকে, ফটো তোলে কিন্তু আমাৰ লাইফ ভেলৰ ওপৰতে এণ্ড হয়।'

'পৃথিৱীখনেই এনেকুৱা শইকীয়া। কাম হওঁক নহওঁক আত্ম প্ৰচাৰ। বিটিং ওৱানচ অউন ড্ৰাম, এণ্ড চিটিং।'

'ইয়েচ চাৰ। চিট, সকলো চিটৰ দল। আজি জানকীৰামে তাৰ দলৰ মানুহবোৰক ঠগিছে। ভাবিছে হি উইল বি এ কিং। কিন্তু ন' চাৰ—ডিয়াৰ ইজ ওৱান এবাভ।'

'আপুনিও বিশ্বাস কৰেনে শইকীয়া?'

'নকৰিম চাৰ? নহ'লে কোটি টকাৰ মালিক জয়চাৰিয়াবাবুৰ প্ৰেজেন্ট ঘূৰাই দিবলৈ সাহস কোনে দিলে আপোনাক? হু গেভ ইট?'

শইকীয়া আৰু বেচিপৰ নবহিল। হৰিশৰ উপহাৰটো শইকীয়াই লৈ গ'ল।

এটা গধূৰ বোজা হৰিশৰ কান্ধৰ পৰা নামি গ'ল।

## পোন্ধৰ

এই আকস্মিক আৱিৰ্ভাৱ হৰিশৰ কাৰণে সম্পূৰ্ণ নতুন আৰু অপ্ৰত্যাশিত আছিল। শইকীয়া টাউনৰ পৰা উভতি অহা নাই। বোধহয় কাম শেষ হোৱা নাই। চাইটত কাম ভালদৰে চলা নাই। পেটত ভাত নাই কি কাম চলিব? মাথো হোলমেন কেইজনে শিলত বিন্ধা কৰি আছে। বনুৱাবোৰক যি পাচ দহ টকা লাগে, মানবতাৰ খাতিৰত সি নিজেই দিছে। কাৰণ সকলো অসুবিধাৰ মাজতো কামটো উঠিবই লাগিব—ওপৰৱালা সকলৰ কাৰা চিঠি তাৰ ওচৰলৈ আহিবই লাগিছে।

তদুপৰি ডাঙৰ চাইজৰ শিলবোৰ ভঙাই সৰু কৰোৱাৰ দায়িত্বতো আছেই। এতিয়া সি বিল দিব—বিল হয়তো পাচো হৈ যাব। কিন্তু যদি কিবা ইনকুৱাৰী লাগি যায়, সকলোৱে ফালৰি কাটি বলিৰ পঠাৰ দৰে সকলোৱে তাক আগবঢ়াই দিব। বাৰুদৰ হিচাবটো কৰি কৰি সি এইবোৰ কথা চিন্তা কৰি ভিতৰতে আছিল, ঠিক এনে সময়তে শুনিলে এক নাৰীৰ কণ্ঠস্বৰ। সি প্ৰথমে আচৰিত হৈ শুনিলে। তাৰ পিছত অলপ সময় বৈ সি ওলাই আহিল। এতিয়া মাজ দুপৰীয়া— এতিয়া বাৰু কোন আহিব পাৰে?

হৰিশক দেখি অনামিকা ঠিয় হ'ল। এগৰাকী বাইশ তেইশ বছৰীয়া গাভৰু, পৰিধানত সাধাৰণ শুধবগা ভইল- কিন্তু মাৰ্জিত। বোধহয় বহুদূৰ খোজকাঢ়ি আহিছে—ৰ'দত গাল-মুখ সেন্দুৰৰ দৰে ৰঙা।

'নমস্কাৰ। মই সোণালী কটকী। বাহুং স্কুলৰ মাষ্টৰণী।'

বাহুং? হৰিশ আচৰিত হোৱাৰ দৰে হ'ল।

'হয়, আপুনি নিচিনিব, ইয়াৰ পৰা দহমাইল ওপৰত সৌ পাহাৰ-টোৰ সিপাৰে।'

'তাৰপৰা আহিল কেনেকৈ?'

'খোজকাঢ়ি।'

'খোজকাঢ়ি? দহমাইল?'

'আচৰিত নহ'ব। সদায় আহিয়েই আছো।'

'বহক, বহক'—ইমান পৰে সোণালী ঠিয় হৈ থকা কাৰণে সি লাজেই পালে। চকী এখন টানি সিও বহি পৰিল। প্ৰথম কথা, তাৰ ভয় লাগিল। এই কৰ্মক্ষেত্ৰত সি নৱৰ্ব্বী হৈ আছে। হাজাৰ হাজাৰ অনুসন্ধানী চকুৱে সদায় তাক চাবই লাগিছে। সেই ক্ষেত্ৰত এই দুপৰীয়া তাৰ ঘৰত এগৰাকী গাভৰুৰ প্ৰৱেশে তাক বিতত কৰি তুলিলে। তাতে অনন্তও এতিয়া নাই। সি চাইকেল লৈ তিনি-মাইল দূৰৰ হাটলৈ গৈছে। আহিব বেলিকৈ।

'কিবা সকাম আছিল?'

'একেবাৰে সৰু কাম। আমাৰ স্কুল ঘৰটোৰ এটা এক্সটেনচন কৰিব খুজিছো। তাৰে এটা এষ্টিমেট লাগে—নহ'লে গ্ৰাণ্টটো নাপাও। অৱশ্যে এজন ৰিটায়াৰ্ট ইন্‌জিনিয়াৰৰ পৰা এটা বনাই আনিছিলো।'

'মইযে অভিজ্ঞ কেনেকৈ জানিলে?'

'নামৰ পিছত লেছু দেখি।'

প্ৰথম পৰিচয়তে কথাটো হৰিশৰ খুব ভাল নালাগিল। ছোৱালী-জনী যদিও সুন্দৰী কিন্তু সকলো কথাতে যেন এটা ৰেপেৰোৱা ভাৱ। অন্ততঃ আন এজনে যে বেয়া পাব পাৰে তাৰ প্ৰতিও তাই আগ্ৰহশীল নহয়।

'কওঁক, কামটো কৰি দিব পাৰিবনে? সোণালীয়ে আকৌ সুধিলে।'

'কাগজখিনি দি যাওঁক। মই চেষ্টা কৰিম।'

'মোক কিন্তু সোনকালেই লাগে।'

'কিমান দিনৰ মূৰত?'

'এই ধৰি লওঁক এসপ্তাহ। আপোনাৰ পৰা সেইখন লৈ মই আকৌ ইন্সপেক্টৰৰ অফিচলৈ যাব লাগিব।'

'ভাল বাৰু।'

সোণালীয়ে এইবাৰ কাগজ-পত্ৰবিলাক আগুৰাই দিলে। ইমান দূৰ খোজ কাটি আহি তাইৰ বোধহয় বৰ ভাগৰ লাগিছিল। তাইৰ চকুৰে মুখে টোপে টোপে ঘাম বিৰিঙি উঠিছিল। হৰিশে নীৰৱতা ভঙ্গ কৰি ক'লে—

'চাহ একাপ খাব নিশ্চয়।'

'এই গৰমত চাহ নাখাও, বজিছে। ধন্যবাদ।'

'এগিলাছ চৰবৎ অন্ততঃ।'

'হ'ব দিয়ক।' সোণালীয়ে যেন কিবা এটা ভাবিলে—'আপোনাৰ কাম কৰা ল'ৰাটোও নাই নিশ্চয়।'

'বজাৰলৈ গৈছে। তথাপিও একো অসুবিধা নহ'ব। অৰেঞ্জ স্কোৱাচ আছেই। আপুনি অলপ বহিলে ভাল হ'ব।'

'মিছাই কষ্ট কৰিলে।'

হৰিশ ভিতৰলৈ সোমাবলৈ ঠিয় হ'ল। সোণালীয়ে টেবুলত থকা ইলাষ্ট্ৰেটেড্ উইক্‌লী খনেৰে বতাহ কৰাত লাগিল। তাই তেতিয়াও বঙা হৈ আছিল। এখন বিচনী আনি দিবৰ হৰিশৰ মন আছিল। কিন্তু ভঙুৰা মানুহৰ ঘৰৰ বিচনীৰ যি ৰূপ লৈছে সেয়া সোণালীৰ আগত প্ৰদৰ্শন কৰিবলৈ তাৰ মন নহ'ল।

অনন্ত ইতিমধ্যে আহি পাইছে। হৰিশৰ আৰু চৰবৎ কৰা নহ'ল। সি আকৌ ড্ৰইংৰুমলৈ ওলাই আহিল। সোণালীয়ে উইক্‌লি খনৰ পাত লুটিয়াই আছিল।

'মিচ কটকী।'

'কওঁক ।'

'আপোনাৰ এনেযে ঘৰ ?'

'কেলেই সুধিলে ?'

'মানে, মানে'—হৰিশ যেন অলপ অপ্ৰস্তুত হ'ল। 'বুজিছো, এই জনমানবশূন্য পাহাৰৰ ওপৰত এই বয়স লৈ কিয় আছোহি, নহয় জানো ?'

'নাই মই ঠিক সেইটো কব খোজা নাই। কিন্তু—' সোণালীয়ে অলপ হাঁহিলে—'মোৰ নাম সোণালী কটকী। কানৈ কলেজৰ পৰা আজি তিনিবছৰ আগতে গ্ৰেজুৱেচন লৈ এই চাকৰি পালো। গুচি আহিলো—বাচ ।'

সোণালীৰ উত্তৰে হৰিশক সন্তুষ্ট কৰিব নোৱাৰিলে। তথাপি প্ৰথম পৰিচয়তে আৰু বেচি প্ৰসঙ্গ নবঢাবলৈ ইচ্ছা কৰি সি মনে মনে থাকিল। অনন্তই ইতিমধ্যে তুগিলাচ চৰবৎ লৈ সোমাই আহিল।

'খাওঁক '

'ধন্যবাদ ।'

চৰবতত চুমুক দি দি হৰিশে সুধিলে –

'আপুনি এতিয়া কি কৰিব ?'

'আকৌ ঘূৰি যাম ।'

'আপুনি দেখিছো সাংঘাটিক। এই দহমাইল আকৌ ঘূৰি যাব ?'

—'যাম মানে ? গৈ ভাত মিটিং এখন কৰিমগৈ। কৈ আহিছো ।'

—'বাপৰে বাপ। ই মোৰ দ্বাৰা সম্ভৱ নহয। অলপ বৈ ভাত এমুঠিকে খাই যাব নেকি ?'

'হ'ব দিয়ক। চিনাকী হ'লো নহয় আহি থাকিম। আপুনিও যাব—সময় পালে। পিচে দহমাইল বাট খোজ কঢ়াই কাৰোবাক নিমন্ত্ৰণ কৰা ধৃষ্টতা ।'

'নাই নহয়। সময় পালে নিশ্চয় যাম—এ বিট অব এক্সপিৰিয়েন্স অথচ·······'

সোণালী যাবলৈ উঠিল। হৰিশে কিবা কবলৈ গৈও সঙ্কোচ মনেৰে বৈ গ'ল।

'তেনেহ'লে মই সাদিন পিছত আহিম?'

'আহিব।'

সোণালীয়ে নোকোৱা সত্ত্বেও হৰিশ গেটৰ মুখলৈকে ওলাই আহিল। সোণালী আৰু লগত অহা প্ৰায় তেৰ / চৈধ্য বছৰীয়া ল'ৰাটো কুৰেৰীৰ কাষে কাষে যোৱা লুংলুঙীয়া আলিটোৰে পাহাৰৰ মাজলৈ আগবাঢ়ি গ'ল। সি তাৰ ঘৰলৈ ঘূৰি আহিল এক দোধোৰ-মোধোৰ অৱস্থাত—তাৰ সন্দেহৰ অৱকাশ এতিয়াও শেষ হোৱা নাই। এজনী ধুনীয়া, তাতে শিক্ষিতা গাভৰু—বি, এ, পাচ। কেলেই এই পাহাৰৰ মাজত পৰি আছেহি? তাইৰ মাক-বাপেকেই বা কেলেই তাইক এনেকৈ পঠিয়াইছে?

কোৱাৰ্টাৰলৈ ঘূৰি আহি দেখে যে ভিতৰ চোতালত জীৱন দাস বহি আছেহি। তাক দেখি জীৱন দাস ঠিয় হ'ল।

'এই পাগলীজনী আপোনাৰ তালৈ কেলেই আহিছিল চাৰ?'

'কোন? সোণালী?'

'এৰা। তাই লম্ভিবলৈ পালে হ'ল আৰু।'

মই কিন্তু দাস তাইৰ গাত পাগলামিৰ বিশেষ একো নেদেখিলো।

'ভাগ্য ভাল। নহ'লে—'

'কিবা স্কুলৰ এষ্টিমেট এটা কৰি দিব লাগে হেনো।'

'স্কুল নে কি? গাওঁবুঢ়াৰ এটা ঘৰত এখন ব্লেকবোৰ্ড, এজোৰ চকী টেবুল, কেইখনমান ভগা ঢাৰি—সেয়ে সোণালীৰ স্কুল।'

'সঁচানে?'

'আৰুনো কি? প্ৰথম দিনা বিচনা-পত্ৰ লৈ ছোৱালীজনী মোৰ তাতেই উপস্থিত হ'লহি। আমি গ্ৰামসেৱিকা বুলিয়েই ভাবিছিলো। তাৰ পিছত গম পালো তাই বাতুঙলৈ যাব—তাত এখন স্কুল খুলিবলৈ। আমি পাগলী বুলি ভাবিছিলো। তথাপি ছোৱালী মানুহ—মনে

নামানিলে। গৈ গৈ চুপৰীয়া গাঁও পালোগৈ। গাঁওবুঢ়াক লগ ধৰি সুধিলো স্কুল ক'ত। গাঁওবুঢ়াই নিজৰ ঘৰলৈ মাতি নি বিচনাৰ তলৰ এটা কাঠৰ বাকচ দেখুৱালে—সেয়েই বোলে স্কুল। পিছত গম পালো যে ভৈয়ামৰ পৰা দৰমহা নিবলৈ মাষ্টৰ এজন আছে। সেইদিনা গাঁও-বুঢ়াৰ ঘৰত কেইটামান ল'ৰা গোট খায়।'

'কিন্তু বাকচটো স্কুল হবলৈ পালে কেনেকৈ ?'

'তাত হেনো চৰকাৰৰ ঘৰৰপৰা দিয়া পুথি পাঁজিবোৰ ৰাখে। সেয়ে সি স্কুল।'

জীৱন দাসৰ কথা শুনি হৰিশৰ হাঁহি উঠিল। জীৱন দাসে আৰম্ভ কৰিলে—

'আমি তাইক ইমান ক'লো চাৰ আমাৰ লগত ভৈয়ামলৈ নামি যাবলৈ, তাই কিন্তু নামানিলে। সেই ৰাতি তাই গাওঁবুঢ়াৰ ঘৰতেই থাকি গ'ল।'

ইয়াৰ পিছত আজি দুবছৰ ধৰি সোণালী বাহুং গাওঁতেই আছে। কেতিয়াবা জীৱন দাসৰ তাতো ৰাতি খপিছে। কিন্তু ছোৱালী-জনীক তেওঁলোকে আজিও ধৰিব পৰা নাই। বেচিকৈ শুধিলেও বিপদ। এবাৰ কিবা কথাত খং উঠি তাই জীৱন দাসৰ ঘৰৰ পৰা ৰাতিয়েই বাহিৰ হ'ল। শেষত বহুত কাবৌ-কোকালি কৰিহে তাইক মাজ বাটৰ পৰা জীৱন দাসে ঘূৰাই আনিলে। তাৰ পিছত দোকমোকালিতে টাউনলৈ ঢাপলি মেলিলে। দুদিন পিছত আবেলি টাউনৰ পৰা উভতি আহি কুৱেৰী পাই অকলসৰে বাঘে ঘোগে বাহুংলৈ যাবলৈ ওলাল। আকৌ বিপদ।

'কি কৰিব চাৰ; তাতে ছোৱালী মানুহ—অগত্যা কুৱেৰীৰে দুজনক লগত যাবলৈ দিলো। সিহঁত গৈ ৰাতিটো তাতে খপি পিচদিনাহে উভতি আহিল।'

ইমান ক'লেও জীৱন দাসৰ বোধহয় সোনালীৰ প্ৰতি এটা অজানিতে স্নেহ উপজিছিল।

সেয়ে প্ৰথমে পাগলী বুলি ক'লেও শেষলৈ তাইৰ বিষয়ে দাসে সহৃদয়ভাবেই কথাখিনি কৈছিল।

'আচ্ছা দাস—'

'কওঁক চাৰ।'

'ছোৱালীজনীৰ আচল ঘৰ ক'ত?'

'শুনিছো ডিবৰুৰ পিনে। বিধবা মাকৰ একমাত্ৰ ছোৱালী।'

'তাই বাৰু এইদৰে পাহাৰত কিয় আছেহি?'

'মাকো ঢুকাল—জনা-শুনা সম্বন্ধীয় মানুহো কোনো নাছিল। অকলসৰে আৰু কি কৰিব?'

গোটেই ঘটনাটো হৰিশৰ এক ৰহস্য যেন লাগিল। অকলসৰে ইমানজনী গাভৰু এই পাহাৰৰ মাজত পৰি আছেহি। অথচ তাইৰ কোনো সম্বন্ধীয় মানুহে আজি তিনিবছৰে এটা খবৰো কৰা নাই। এইটো বাৰু কেনেকৈ সম্ভৱ হব পাৰে?

## যোল্ল

সোমবাবুৱে হৰিশে আদেশ দিয়া মতে কামটো সম্পূৰ্ণ কৰা নাই। সোমবাবু আৰু শইকীয়া অৱশ্যে জিলাৰ পৰা ঘূৰি আহিছে। জয়চাৰিয়াবাবুৱে বন্মুৱাৰ পইচা মৰা নাই। বন্মুৱাৰ পইচাখিনি সোমবাবুৱে লৈ আহিছে। লগতে লৈ আনিছে আন এটা অনুৰোধ—হৰিশে যাতে বিলখন সোনকালে বনাই দিয়ে! জয়চাৰিয়াবাবুৰ টকাৰ খুব দৰকাৰ হৈছে—কেইবাটাও কামত টকা ফাচি আছে, পোৱা নাই।

'মইতো আপোনাক আগতেই কৈছো, সোমবাবু।' হৰিশে ক'লে— কাম ভাল নাপালে মই বিল নবনাও।'

'মই আপোনাক 'ওৱৰ্ড' দিলো চাৰ। মাল মই ঠিক কৰি দিম।'

'হোৱাট ভেলু?'—ওচৰতে ঠিয় হৈ থকা শইকীয়াই মাত দিলে। 'আই নাউ চেঞ্জ ডি ডিপাৰমেন—ন' কেয়াৰ ফৰ ইউৰ বৰবাবু অৰ বৰচাহাব। ডিচ জয়চাৰিয়া টেল চুইট ঠিং নাউ—ফৰগেট আফটাৰ পেমেণ্ট গেটিং।'

অগত্যা সোমবাবু বিফল মনোৰথ হৈ সেইদিনাই টাউন পালেগৈ।

পিছদিনা ৰাতিপুৱাই আন এটা ডাঙৰ খবৰ লৈ সোমবাবু কুৰেৰীলৈ ঘূৰি আহিল। বৰচাহাব হেনো নিজে আহিব বস্তু চাবলৈ। তেওঁ কৈ পঠিয়াইছে তেওঁ হেনো দৈ ভাতহে খাব—তেওঁৰ হেনো গা ভাল নহয়। গতিকে ভাল দৈ যোগাৰ কৰা লৈ চাইটত এটা বিবাট হুলস্থূল।

'মই এতিয়া দৈ ক'ত পাওঁ?'

'আপুনি একো চিন্তা কৰিব নালাগে, চাৰ'—সোমবাবুৱে কৈ উঠিল। আমি সকলোবোৰ যোগাব কৰিম। এইবোৰ ডাঙৰ মানুহৰ ভাত দাঁতত লাগিলেও ৰক্ষা নাই।

সোমবাবু গুলাই যোৱাৰ পিছত হৰিশে ভাবিবলৈ ধৰিলে। এয়া এক নতুন অশান্তি। তাৰমানে কথাটো বৰচাহাবৰ কাণতো বৰ বেয়াকৈ পৰিছেগৈ। এনেয়ে মানুহজনে তাক দেখিব নোৱাৰে। এতিয়া আকৌ কি মূৰ্ত্তি ধৰে!

তথাপি সি বেয়া বস্তু ভাল বুলি বিল কৰিব নোৱাৰে। লাগিলে ইয়াতকৈও বেয়া ঠাইলৈ তাৰ বৰচাহাবে তাক পঠিয়াওক।

পিছদিনা ৰাতিপুৱাই গা-পা ধুই সি বৰচাহাবৰ পৰিদৰ্শনৰ কাৰণে সাজু হৈ ব'ল। তেওঁৰ মেজাজটোলৈ লক্ষ্য কৰি সি হিচাব-পত্ৰবিলাক ঠিক কৰি ৰাখিলে।

ৰাতিপুৱাৰে পৰা বৈ তাৰ চকু বিষাল। সোমবাবু ৰাতিপুৱাৰে পৰা বন্ধা-বঢ়াত ব্যস্ত। মাজতে তেওঁ এবাৰ কালিয়াত নাৰিকল গুড়া দিবনে বিলাহী দিব, তাকে সুধিবলৈ তাব ওচৰলৈ আহিছিল। ৰন্ধা-বঢ়াত সি কোনোদিনেই পাৰ্গত নাছিল। তাতে তাৰ আৰ্জনেৰে দুখন

ঘৰ চলাব লগীয়া হোৱাত খোৱা-বোৱাৰ জুতি লবলৈ তাৰ সময়ো নাছিল—সুযোগো নাছিল। সোমবাবুক যি ভাল দেখে তাকে কৰিবলৈ দি সি বিদায় দিলে। অলপ পিছতে সোমবাবু আকো উপস্থিত হ'লহি।

'চাৰ আৰু এটা কথা হ'ল!'

'কি কথা?'

'খানাৰ আগতে লাইট কিবা এটা দিলে ভাল হ'বনে?'

'দিব আৰু।'

'অলপ মাংছটো আনিম নেকি টেষ্ট কৰি চাবলৈ?'

'নালাগে দিয়ক। বৰচাহাবেই টেষ্ট কৰিব।'

সোমবাবুৰে কথাটো ভাল নাপালে। তথাপি মুনি-ঋষিৰ ধৰ্ম অনুসাৰে একো নামাতি সোমবাবু গ'লগৈ। সি বৈ থাকিল এক অসহ্য প্ৰতীক্ষাত।

অৱশেষত বৰচাহাবৰ গাড়ী তাৰ চকুত পৰিল। বৰচাহাবৰ গাড়ীতে জয়চাৰিয়াবাবুও যদিও তেওঁৰ গাড়ী পিছে পিছে আহি আছিল। মোহন অহা নাই। সি হেনো চিনেমাৰ লোকেচন ঠিক কৰিবলৈ দাৰ্জিলিঙলৈ গৈছে।

বৰচাহাবৰ লগত আজি প্ৰায় ছমাহৰ মূৰত তাৰ দেখা-দেখি। সেই একে চিৰাচৰিত বিৰক্তিৰ ভাৱ। সি নমস্কাৰ জনালতো বৰচাহাবে তাৰ একো প্ৰত্যুত্তৰ নিদিলে।

আগে আগে বৰচাহাব আৰু পিছে পিছে দলৰ আনবোৰ। জয়চাৰিয়াবাবু প্ৰায় লগে লগে। তেওঁৰ মুখত কোনো শঙ্কা বা গ্লানিৰ ভাৱ নাই—আছে এটা বিজয়ৰ তৃপ্তি। বৰচাহাব আগবাঢ়ি গ'ল সেই বিৰাট শিলৰ দমটোলৈ।

'এইবোৰ কি হৈছে?'

'কোনবোৰ চাৰ?'

'পাথৰৰ বিলখন দিয়া নাই কিয়?'

'সেই কথা মই চিঠিত লিখিছো চাৰ—'

'তোমাৰ চিঠিত যিখন মহাভাৰত লিখিছা সেইসোপা পঢ়িবলৈ

কাৰ ইমান সময় আছে? কাম নাই মাথো বহি বহি চিঠি লিখা—'

হৰিশ মনে মনে থাকিল। এক গভীৰ বেদনাত সি সকলোখিনি সহ্য কৰি ঠিয় দি থাকিল।

'ইমান মালত কোৰবাত দুই একটা বড়া পাথৰ থাকিবভি পাৰে। হামি বাচি দিম বুলি কথা দিছে তো।'

'সেইটো কথা নহয় জয়চাৰিয়াবাবু।' হৰিশে কৈ উঠিল—পাথৰ দুই এটা ডাঙৰ থাকিলে মোৰ কবলগীয়া একো নাছিল। কিন্তু য'ত শতকৰা আশীভাগেই ডাঙৰ আৰু ধূলি-মাকতিৰে ভৰা—'

'হামি তো চাহাব পাথৰ ৰাজস্থানৰ পৰা কেনে মঙ্গাই অনা নাই। পাথৰ মানেই মাটি—অলপ-অচৰপ মাটিতো থাকিবই।'

'তোমাক য'তেই দিও ত'তেই গণ্ডগোল।' বৰচাহাবে ভোৰ্ ভোৰালে। সেয়া হস্পিটেলত দিছিলো, দেশৰ গণ্ডগোলবোৰ লগাই আহিছা। ভাবিলো ইয়াত ঠিক হ'বা, ক'ত হ'বা?'

'যাৰ যি আছে হই থাকক, চাৰ'—জয়চাৰিয়াবাবুৱে মুখ মেলিলে। 'মোক বিল লাগে। কাম কৰিছু কিন্তু পইচা নাপাম—এইটো কেনেকা কথা আছে?'

জয়চাৰিয়াবাবুৰ এই উদ্ধত উক্তিত বৰচাহাবে একো নামাতিলে। সেয়া এক নতুন আশ্চৰ্য্য। অথচ এই জয়চাৰিয়াবাবুৱেই কেইদিনমান আগতে ভিঁজা মেকুৰীটো যেন হৈ তাৰ ওচৰলৈ বিল বিচাৰি আহিছিল। তদুপৰি এই মুহূৰ্ত্তত বৰচাহাবে সকলো জানিও একো এটা শব্দ কৰা নাই? তেনেহ'লে কিহৰ জোৰত?

বৰচাহাবে শিলৰ দমটোৰ চাৰিওপিনে ঘূৰি ঘূৰি চালে। দুই এটা শিল লৈ পৰীক্ষাও কৰিলে। তাৰ পিছত মাত দিলে—

'জয়চাৰিয়া বাবু—'

'কওঁক চাৰ।'

'শিলবোৰ অলপ ডাঙৰ হয়। আপুনি ভাঙি সৰু কৰি দিব নোৱাৰেনে? আৰু বালিও বহুত আছে দেখিছো।'

'হামিতো একেদিনে ইমান শিল্প ভঙা নাই চাব। আপোনাৰ চাহাবতো ইয়াতেই আছে।'

জয়চাৰিয়াবাবুৰ কথাত হৰিশৰ এইবাৰ বাৰকৈয়ে খং উঠিল। সি কৈ উঠিল—'জয়চাৰিয়াবাবু, আপোনাৰ এনেদৰে কোৱা উচিত হোৱা নাই। আপোনাৰ মানুহক মই কিমানদিন কৈছো। কিমান লিখিছো। আপোনাকোতো কৈছিলো—আপুনি জানো সেই কথা শুনিছে? আপোনাৰ মহৰীয়ে। আৰু চৰ্দাবইতকতো ক'বই নোৱাৰি।'

'বাৰু হ'ব হ'ব।' বৰচাহাবে বোধহয় পৰিস্থিতি বেয়ালৈ যোৱাতো নিবিচাৰিলে—'কোনে কি কৰি আছে মই সকলো খবৰ লৈ আছো। এতিয়া আৰু বুজাবৰ দৰকাৰ নাই।'

'আই'ন' চাৰ—মই জানো। ইউ অলৰেড মিচআণ্ডাৰ ষ্টেণ্ড মি—মোক ভুল বুজে। কি কৰিম চাৰ—ইটচ্ মাই ডেষ্টিনি।'

হৰিশৰ এই কেইটা কথাই বৰচাহাবৰ মনত একো প্ৰতিক্ৰিয়া নকৰিলে। তেওঁ ক'লে—'হ'ব, হ'ব, হৈছে। নাউ ডু এজ আই চে।' খং দমাই হৰিশে ক'লে—

'কৰিম চাৰ। সেইটো মোৰ কৰ্ত্তব্য।'

'জয়চাৰিয়াবাবু' বৰচাহাবে ক'লে।

'কওঁক চাৰ।'

আপুনি গোটেই খিনি স্কীন কৰি দিয়ক আৰু ডাণ্ডৰবোৰ বাচি দিয়ক।'

'ইমান মাল? ইমান কাম কৰিবাৰ হোলে মোৰ গনেশ উলটাব লাগিব। তথাপি হামি লেবাৰ লগাই কেনে চেষ্টা কৰিম। আগতে কোৱা হোলে—।

আকৌ একে কথা?' —হৰিশে প্ৰতিবাদ কৰি উঠিল।

'হ'ব, হ'ব, বৰচাহাবে মাজতে মাত দি উঠিল। জয়চাৰিয়াবাবুৰ নিচিনা সন্মানীয় ব্যক্তি এজনৰ কথাই যথেষ্ট। তেওঁ কৰি দিম বুলি কৈছে যেতিয়া কৰি দিব আৰু তুমি বিলখন কৰি দিবা। আই

ওৱাণ্ট টু পে হিম উইড্ডিন এ উইক। মোৰ কাম বহুত পৰি আছে। এইদৰে এখন বিলত পিতিকি থাকিলে কি হব?'

'হামি তো চেই বথাই চদায় কৈ আছে চাৰ।' জয়চাৰিয়াবাবুৱে ক'লে। লেকিন চাহাবে নাশুনে।

মাজতে সোমবাবুৱে আহি ক'লে যে জলপান তৈযাৰ হৈ আছে।

'বলক চাব, অলপ নাস্তা কৰি লওঁ। আপনিভি আহক চাহাব।'—জয়চাৰিয়াবাবুৱে হবিশক আহ্বান জনালে।

'মোক নকব জয়চাৰিয়াবাবু। আপোনালোক যাওক।'

'কেলেই? কেলেই? তুমি নাযাবা কেলেই?' বৰচাহাবে গৰ্-গৰাই উঠিল। এজন ভদ্রলোকে মাতিছে—'হোৱাই ডু ইউ ৰিফিউজ ইট?'

'মই ঘৰত বনাইছো।'

'সেই কাৰণেই তোমাৰ উন্নতি নহ'ল। টেক্কলেচ গাই। চাৰে যে কিয় তোমাক মোৰ ওপৰত জাপি দিলে?'

'বাদ দিযক চাৰ—সৰু লোৰা। ক্ষমা কৰি দিয়ক।' জয়চাৰিয়াবাবুৱে মাত দিলে। গোটেই দলটো উৎতি আহি আছে। কাৰো মুখত মাত নাই। খন্তত সি ৰঙাচিঙা পৰিছে। এইখন সমাজ? এইখন সমাজকেই সি সাবতি আছে? এইখন সমাজেই এদিন তাক স্বীকৃতি দিব?

বৰচাহাব হনহনাই আগবাঢ়ি গ'ল। জয়চাৰিয়াবাবুৱে আৰু এবাৰ হাতজোৰ কৰি তাক নিব বিচাৰিলে। সি কিন্তু নগ'ল।

বৰচাহাবৰ আপ্যায়ন খব ভালদৰে হ'ল হেনো। প্ৰথমে টাউনৰ পৰা অনা মিঠাই দিয়া হ'ল। বৰচাহাবে চেনী খাব নোৱাৰে। জয়চাৰিয়াবাবুৱে সেই কাৰণে বাচি বাচি মিঠাই আনিছে। তাৰপিছত নানা উপায়েৰে দেৱতাৰ পূজা কৰা হ'ল।

লৰালৰিকৈ ভাতপানী খাই সি আকৌ জয়চাৰিয়াবাবুৰ কেম্প বুলি ওলাল। আপ্যায়নৰ পৰ্ব তেতিয়াও চলি আছিল। হবিশে বাহিৰতে বৈ আছিল। এবাৰ সোমবাবু ওলাই আহি এটা পাণ

যাঁচিছিল। খণ্ডতে হৰিশে সেইটোও নললে। প্ৰায় আধাঘণ্টামানৰ মূৰত হাঁহি হাঁহি বৰচাহাবৰ লগত জয়চাৰিয়াবাবু ওলাই আহিল।

'দাসবাবুই গুচ্ছা কৰি কেনে একু নাখালে?' জয়চাৰিয়াবাবুৱে ক'লে।

'হ'ব দিয়ক।'

বৰচাহাবে সেইপিনে বৰ মন নকৰিলে। তেওঁ ভালকৈ বহি পাণ এটা মুখত লৈ আৰম্ভ কৰিলে—

'জয়চাৰিয়াবাবু—'

'জী চাহাব?'

'আপোনাৰ এই কুৱেৰীত কিমান মানুহ?'

'প্ৰায় দুশ হৈ যাব চাৰ।'

'এই দুশ মানুহৰ সংস্থান আপুনি কৰি আছে! ইটচ্ এ নবোল প্ৰফেচন।'

'আপনালোকৰ আশীৰ্বাদ। পিতৃ-মাতৃৰ ধৰমত ইমানখিনি পুণ্য আৰ্জি আছু।'

পুণ্য? হৰিশৰ টিকিচ কৰি খংটো উঠি গ'ল। বনুৱাৰ পইচা মাৰি, চৰকাৰক ফাঁকি দি ডাঙৰ হোৱা মানুহৰ কিবা পুণ্য থাকিব পাৰেনে? যাক এইবিলাক ভাবি লাভ নাই। সি তাৰ কৰ্তব্যখিনি কৰিলেই হ'ল। সেয়ে সি সুযোগ বুজি বৰচাহাবক আকৌ সুধিলে—

'মেটেল বিলাকৰ কি হ'ব চাৰ?'

'কি আৰু হ'ব?' বৰচাহাবৰ যেন জ্বলা জুইত ঘিউহে ঢালিলে। 'মাপ কৰি পেলাবা।'

'কিন্তু চাইজবোৰ কি হ'ব?'

'সেইকাৰণে, সেইকাৰণে তোমাৰ একো উন্নতি নহ'ল। খালি তৰ্ক। ইন্‌জিনিয়াৰিঙৰ তুমি কিবা জানানে? মই এতিয়া তোমাক চৈধ্যটা প্ৰশ্ন শুধিম। তুমি তাৰ এটাৰো উত্তৰ দিব নোৱাৰি শূন্য পাবা।'

'ঠিক আছে চাৰ'—সি আৰু প্ৰসঙ্গ বহলাবলৈ নিবিচাৰিলে। এজন খং উঠা মানুহৰ আৰু খং উঠাই লাভ নাই। তাৰ পৰা কাৰো একো লাভ নহয়। বৰং এই ঠিকাদাৰৰ আগত তেওঁৰ মহৰীৰ আগত, গোটেইবোৰ বন্ধুৱাৰ আগত তাৰ অপমানৰ মাত্ৰা আৰু বাঢ়িহে যাব।

জয়চাৰিয়াবাবু এইবাৰ মনে মনে থাকিল। তেওঁ চালাক মানুহ—তেওঁ কোনোমতে বিলখন পালেই হ'ল। সেয়ে বতাৰ পৰা পাণ এখন মুখত ভৰাই তেওঁ কিছুসময় মনে মনে থাকিল। কোনো উত্তৰৰ প্ৰতীক্ষাত। কিন্তু কাৰো পৰা উত্তৰ নাপাই তেওঁ নিজে নিজেই ক'লে- 'তে চাৰ, আপোনাৰ কোন্নামতেই কাম হ'ব? ইয়াৰ পিছত উঠি গৈ পাণখিনিৰ পিক্ পেলাই আকৌ নিজৰ ঠাইত ভৰি উঠাই ভালদৰে বহি লাহে লাহে কৈ গ'ল—'একটা চমিল-মিলতে কামটো হবাৰ লাগে। ইনিকা ধৰি থাকিলেতো কাৰো লাভ নহয়।'

বৰচাহাব ইয়াৰ পিছত বেচিপৰ নবহিল। জয়চাৰিয়াবাবুৰ লগত গ'লগৈ।

হৰিশ গুচি আহিল তাৰ ঘৰলৈ।

এক দুৰ্দৈৱ সমস্যাৰ ভিতৰলৈ সি সোমাই গৈছে। ইয়াৰ উত্তৰ তাৰ হাতত নাই।

## সোতৰ

'ড্ৰইং কেইখন হ'লনে?'

একেবাৰে আচম্বিতে এই মাত শুনি হৰিশ থতমত খাই গ'ল। ৰাতিপুৱাৰে পৰা সি শিলগুটি মাপ কৰাত লাগিছে—অৱশ্যে তাৰ ইচ্ছাৰ বিৰুদ্ধে। গোটেই দিনটো ৰ'দত শিলগুটিৰ দ'মবোৰৰ মাপ লৈ লৈ সি ভাগৰত ক্লান্ত। এতিয়া আকৌ হিচাবৰোৰ এপিনৰ

পৰা সি মিলাই গৈছে। এনেতে দুৱাৰ মুখত সোণালী কটকীৰ মাত শুনি সি তলমূৰৰ পৰা ওপৰমূৰ কৰি চালে। ছোৱালীজনী দুৱাৰৰ চৌকাঠত হাত দি তাৰ উত্তৰলৈ অপেক্ষা কৰি আছে।

'আহক আহক—' হৰিশে মাতিলে।

'আহিছো বাৰু।' সোণালী সোমাই আহিল। হৰিশৰ সমুখত থকা চকী এখন টানি তাই বহি পৰিল। বোধহয় তাই পাহাৰ বগাই নামি আহিছে। গালে-মুখে ঘামৰ টোপোলবোৰ বিৰিঙি আছে। ভেনিটি বেগৰ পৰা ৰুমাল এখন উলিয়াই গাল-মুখ মচি তাই কৈ উঠিল—

'এতিয়া কওঁক মোৰ কামটো হ'লনে নাই?'

'যদি কওঁ—হোৱা নাই?'

'মোৰ প্লেনটো ঘূৰাই লৈ যাব। টাউনত আন কাবোবাৰ হতুৱাই কৰাব লাগিব। ধৰি লম, মোৰে ভাগ্য বেয়া।'

'এটা কথাত মোক ক্ষমা কৰিবনে?'

'কওঁক।'

'আজি কেইদিনমান ধৰি মই বৰ ব্যস্ত। ওপৰৱালা সকলৰ ট্যুৰ পৰিছে। তদুপৰি এটা কথাত মই বৰ বিজি আছো।'

'ইয়াৰ পৰা মোৰ কি লাভ?'

সোণালীৰ কথা হৰিশে সমূলি ভাল নাপালে। তথাপি সি পৰিস্থিতি সামৰি লবৰ কাৰণে ক'লে -

'আপুনি মোক ভুল বুজিছে। মই আপোনাৰ কথাটো পুৰা মনত ৰাখিছো কিন্তু আপুনি বেয়া নাপাব।'

'শুনক মিষ্টাৰ দাস'—সোণালী ঘূৰি বহিল। 'এইবিলাক পেতি চেন্টিমেণ্টত মই নাই। কোনোবাই মোৰ কথা নুশুনিলেই মই বেয়া পাম তেনে নহয়। সেইবিলাক কেতিয়াবাই বাদ দিছো।'

'তেনেকৈ কিয় ক'লে?'

সেইবোৰ বহুত বেলেগ কথা। সোনালীয়ে এটা ম্লান হাঁহি

মাৰিলে। তাৰ পিছত কথা ঘূৰাই তাই ক'লে এতিয়া কওঁক কেইদিনৰ মূৰত মোৰ কামটো কৰি দিব পাৰিব ?

'ধৰি লওঁক আৰু তিনিদিন।'

'বচ—আৰু তিনিদিনৰ মূৰত মই আহিম।'

'ৰব ৰব—মই আপোনাৰ কথা শোধাই নাই। পাহাৰৰ পৰা নামিল কেতিয়া ?'

'ৰাতি পুৱাতেই।'

'এতিয়া কেনি যাব ?'

'টাউনলৈ।'

কিন্তু বাচতো তিনিটাতহে আহিব, ইমান সময় আপুনি কি কৰিব ? তাতে ভাতপানী একা ;

'হ'ব দিয়ক - ৰাতিপুৱাই মাৰভাত খাই ওলাইছো। বাটত কিবাকিবি এটা খাই লম।'

'যদি বেয়া নাপায়—ভাত সাঁজ মোৰ তাতে। দুপৰীয়াৰ অতিথি সাক্ষাৎ ভগৱান।'

'নাই নালাগে।'

'মই একো বেয়া ভাবি কোৱা নাই। এই জঙ্ঘলৈ মানুহ নাহেই। তুই এজন আলহী পালে আমি সুখী হওঁ।'

'সেই সুখ দিবলৈ মই যদি অপাৰগ হওঁ !'

'মই দুখ পাম।'

সোণালীয়ে অলপ সময় ভাবিলে। তাৰপিছত তাই ক'লে ঠিক আছে, হব বাৰু। কিন্তু একদম প্লেইন ৰাইচ—কমপ্লিট ভিজিটেৰিয়ান।

'কেলেই ?'

'সৰুৰে পৰা বিধবা আইৰ লগত নিৰামিষ খাই এতিয়া মাছ মাংসত মই গোন্ধ পাওঁ।'

'হ'ব বাৰু।'

'মই অলপ ওলাই আহিছো। ঠিক সময়ত আহি যাম।'

'যাব কেনি?'

'মিস্ত্রী এটাৰ তাত স্কুলৰ ডেস্ক-বেঞ্চ কেইজোৰামানৰ অৰ্ডাৰ দিছিলো। খবৰটো লৈ আহো।'

'হ'ব।'

'সোণালী ওলাই গ'ল। তাই এজনী অদ্ভূদ ছোৱালী—সঁচাকৈয়ে পাগলী। নহ'লে কাক কেতিয়া কি ক'ব লাগে তাৰো লাগ বান্ধ থাকিব নালাগেনে? অথবা ইংৰাজীত অনাৰ্চ লৈ গ্ৰেজুৱেচন লৈ এইদৰে পাহাৰত আহি সোমাই থাকেহিনে?

## ওঠৰ

ভাত-পানী খাই সোণালী গ'লগৈ। হৰিশৰ জীৱনটোতো তাই কিবা-কিবিখন কৰি গ'ল। ৰুমিক হেৰুৱাৰ পিছৰে পৰা ছোৱালী সম্বন্ধে সি খুব সাৱধান আছিল। এতিয়া সোণালী বোলা এই ছোৱালী-জনীয়ে সেই ধাৰণা বহুখিনি ওলট-পালট লগাই গ'ল। তাই এক অদ্ভূদ ছোৱালী—ঠিক চেতাৰত জনজনাই যোৱা এটা মিঠা অথচ কৰুণ সুৰ। আৰু কথাবিলাকো কি একাচেকা? সম্পূৰ্ণ খোলা আৰু কোনো এটিকেট বা নিয়ম-নীতি নমনা বিধৰ। হঠাৎ ভাতৰ পাততে সুধি পেলালে—

'মিষ্টাৰ দাসে এতিয়াও বিয়া কৰোৱা নাই কেলেই?'

সি কিবা এটা ভাবি-চিন্তি উত্তৰ দিবলৈ যাওঁতেই তাই আকৌ সুধি পেলালে—

'মিষ্টাৰ দাসে জীৱনত কাবোবাক ভাল পাইছেনে?'

ইটোৰ পিছত সিটো আৰু সাংঘাতিক। তথাপি এইবাৰ সি বিব্ৰত নহ'ল। সি ক'লে—'কেলেকৈ সুধিলে?'

'নাই লাভ-চাভ এইবোৰত ডেকা ল'ৰা-ছোৱালী সদায় সাৱধান হ'ব লাগে। অল ডেট গ্লিটাৰ্চ ইজ নট গ'ল্ড।'

কথাষাৰে হৰিশৰ মৰ্মস্থলিত আঘাত কৰিলে। অলপ সময় ৰৈ সি ক'লে—

'মিচ কটকী।'

'মোক সোণালী বুলি মাতিব - এগু এ তুমি।'

'ভাল কথা—কিন্তু ইমান সোনকালে নহয়।'

'যিমান সোনকালে পাৰে সিমানেই ভাল।'

'তাৰ মানে?'

'ডেট্‌ ডাজ নট মিন ডেট্‌ উই চুড বি টু ইনটিমেট্‌।'

হৰিশ চিন্তাত পৰিছিল। সোণালীৰ এই উত্তৰ সি কি দিলেহেঁতেন? সেয়া সোণালীৰ লগত আছিল তাৰ দ্বিতীয় দেখা। তাইক বুজি উঠিবলৈকে বহুত বাকী।

'বাৰু চেষ্টা কৰিম।' —সি সৰুকৈ কৈছিল।

তাৰ পিছত সৰু-সুৰা কথাৰে সেইদিনাৰ ভাত খোৱা শেষ কৰি সোণালী আৰু বেচিপৰ বহা নাছিল। যোৱাৰ আগতে তাক কৈ গ'ল। —অকল মোক খুৱাই ধৰুৱা কৰিলেই নহ'ব। ধাৰ সুজিবলৈ মোকো চান্স দিব লাগিব।

হৰিশে চুতি সন্মতি জনাই তাইক বাচলৈকে আগবঢ়াই থৈ দিলে। বাচত সোণালী উঠিল আৰু নামিল শইকীয়া। তেওঁ টপা মূৰত এটা টুপীও লগাইছে। বাচৰ পৰা নামিয়েই হৰিশক দেখি তেওঁ টুপীটো খুলি মিলিটেৰী কায়দাত এটা 'গুড মৰ্নিং চাৰ' দিলে। শইকীয়াৰ এই কাণ্ডত সোণালীৰো হাঁহি উঠি গ'ল। শইকীয়াই এইবাৰ আচৰিত হৈ সোণালীৰ পিনে চাই তাৰ পিছত হৰিশৰ পিনে চাই ক'লে—

'চ'ৰি চ'ৰি চাৰ—ভেৰি চ'ৰি—ইভিনিং চাৰ—ইভিনিং।'

'অলপ ভুল থাকি গ'ল।'

'আই চে আফটাৰমুন চাৰ। আপোনাৰ এটা নিউজ আছে।'

'নিউজ? কওঁক।'

'ঘৰতহে কম। আপুনি আহক বাৰু।'

শইকীয়াৰ উক্তিয়ে তাৰ সন্দেহ লগালে। বাচত উঠি সোণালী গ'লগৈ। শইকীয়াই আকৌ কি খবৰ আনিলে?

এক আত্ম-পৰাজয়ৰ গ্লানিত সি আগৰে পৰাই বিতুষ্ট।

তাতে বৰচাহাবকে ধৰি গোটেইবোৰে তাৰ হতুৱাই বিলখন কৰোৱাই নিজৰ নিজৰ স্বাৰ্থ পূৰণত লাগি গৈছে। বৰচাহাবৰ পৰা নিতৌ শ্লীপ আহিবই লাগিছে। বিলখন সোনকালে কৰাৰ তাগিদা লৈ।

তাৰ বিবেক দংশনত সি ক্ষত-বিক্ষত। তাৰ আজি এই কামত সোমোৱা চাৰিবছৰ হৈ গ'ল। কিন্তু কি পালে সি? বদনাম আৰু অপযশ। এই কাৰণেই সম্ভৱ ৰুমিয়ে তাক এৰি গ'ল। এতিয়া আকৌ সোণালীক লগ পাইছে যদিও তাইৰ সম্বন্ধে তাৰ ধাৰণা এতিয়াও স্পষ্ট নহয়।

'ঠিংকিং চামঠিং চাৰ?' শইকীয়াৰ মাতত তাৰ চমক ভাগিল।

'নক'ব শইকীয়া।' —সি ক'লে জীৱনৰ বেদনাখিনি ৰোমন্থন কৰি চাইছো।

'তাৰ পৰা আপোনাৰ লাভ? এনি গেইন?'

'একো নাই।'

'তেনেহ'লে ভাবিবলৈ বাদ দিয়ক। লিভ ইট।'

শইকীয়াই এক অৰ্থপূৰ্ণ হাঁহি মাৰি আকৌ সুধিলে—'চাৰ, আজি আপোনাৰ লগত এগৰাকী লেডী দেখিলো।'

'কিয়? কিবা সন্দেহ হৈছে নেকি?'

'নাই চাৰ।' শইকীয়াই মূৰ খজুৱাই ক'লে মানে পজিটিভ কাৰেণ্ট নিগেটিভ কাৰেণ্ট—হাই স্পাৰ্ক।'

'বাচুং স্কুলৰ মাষ্টৰণী।'

'ভেৰি গুড, ভেৰি গুড—ব'ঠ আৰণিং।'

নহয় আপুনি গোটেইখিনি নুশুনাকৈয়ে মন্তব্য দিলে। তেওঁ মাথো মোৰ পৰা স্কুলৰ ড্ৰইং এখন কৰাবলৈ আহিছিল।

'চ'ৰি চাৰ! শইকীয়াই অলপ লাজ পালে। 'পিছে চাৰ, আপোনাৰ গুড নিউজটোৰ কথা দেখোন মুগুখিলে?'

'কণ্ডকচোন বাৰু!'

'আপুনি শোধক।'

'ট্রেন্সফাৰ?'

'নহয়।'

'প্রমোচন?'

'উঁহো।'

'তেনেহ'লে?'

'আপোনাৰ ৰৰচাহাব বদলি হৈছে। কাইলৈ চাৰ্জ দিব।'

'সঁচানে?'

'নাথিং ফলচ্ ইন ইট।'

'হাণ্ড্রেড্ পাৰচেণ্ট পিউৰ ট্রুথ্।'

শইকীয়াৰ কথাত তাৰ মূৰৰ পৰা এটা ডাঙৰ বোজা নামি গ'ল। এতিয়া অন্ততঃ কিছুদিনলৈ জয়চাৰিয়াবাবু, ৰৰচাহাব—এইবোৰৰ পৰা সি উদ্ধাৰ পাব।

## উনৈশ

পূৰ্ণিমাৰ ৰাতি।

চাইটত ৰাসলীলাৰ আয়োজন।

আবেলিতে বিহাৰী চৰ্দাৰ ডুজনে তাক মাতি গৈছে নাটক চাবলৈ। শিলৰ দ'ম ডুটাৰ মাজত ৰভা দি নাটকৰ ঠাই ঠিক কৰা হৈছে। ভিখাৰী ঠাকুৰৰ বিদেশীয়া নাটক হ'ব হেনো। মাজতে ওখ প্লেটফৰ্ম সাজি তাৰ চাৰিওপিনে পেট্রমাক্স জ্বলাই নাটকৰ ঠাই নিৰ্বাচন কৰা হৈছে। মানুহ বহিবলৈ গোটেইখনতে ধানখেৰ। আবেলিৰে পৰা মানুহৰ

ভীৰ লাগি গৈছে। আজি খোদ চাহাব আহিব বুলি মদ-পানীৰো উৎপাত কম। ঢোলোক ইতিমধ্যে বাজিছেই—লগতে ভজনো চলিছে।

হৰিশৰ লগতে শইকীয়া আৰু জীৱন দাসো ওলাল। নাটক প্ৰায় আৰম্ভ হওঁ হওঁ। ষ্টেজত ল'ৰা-ছোৱালী এহাল। পতি বিদেশলৈ ওলাইছে ধন ঘটিবলৈ। বিদায় পৰত প্ৰিয়তমাৰ হিয়া উখল-মাখল, দুখে-শোকে ভাৰাক্ৰান্ত। তথাপি বিদায় দিবই লাগিব—বিদেশৰ পৰা টকা ঘটি নানিলে সংসাৰ চলিব কেনেকৈ, জমিদাৰৰ মাটি বন্ধকত লোৱা টকা দিয়া হ'ব কেনেকৈ? সেয়ে ছোৱালীজনীয়ে পতিক উদ্দেশ্য কৰি ক'লে—

'দুৱৰা বধাৱ বাজত অঙ্গনা আনন্দ লাগত
যাইকে বিদেশ ৰাউৱা কবহু ন ভাবিয়ে।'
দুৱাৰ মুখত আশীৰ্বাদৰ বাদ্য বাজি উঠিছে, চোতাল আনন্দমুখৰ।
হে স্বামী, তুমি বিদেশলৈ যাবলৈ ওলাইছা;
একো চিন্তা নকৰিবা।

স্বামী বিদায় লৈ গ'লগৈ। হিয়াভগা শোক আৰু বেদনা লৈ বিৰহ বিধুৰ প্ৰিয়তমা পৰি ৰ'ল ঘৰত স্বামীৰ প্ৰতীক্ষাত। শেষত বছৰৰ পিছত বছৰ বাগৰি গ'ল—স্বামী কিন্তু ঘূৰি নাহিল।

"কৰিকে গইলে বালমুৱা নিৰাশা,
গৱনা কৰাই সৈয়া ঘৰে বৈঠবলে,
গইলে বিদেশ হমে কৰিকে বেআশা নিৰাশা।"
কৰি গ'ল প্ৰিয়তমে মোক নিৰাশ,
দ্বিতীয় বিবাহ কৰাই মোক ঘৰত ৰাখি গ'ল,
গ'ল বিদেশলৈ মোক নিৰাশ কৰি।

তথাপিও মনে শান্তি পালেহেঁতেন যদিহে প্ৰিয়তম ভালে থকাৰ কিবা খবৰ পালেহেঁতেন। কিন্তু সেইটোও নহ'ল।

"সৈয়া কে সুখ হম কুছুউ ন জনলী;
বিচহি বিধাতা লগবলে তমাশা।"
প্ৰিয়তমৰ খবৰ মই একো নাজানো,
মোৰ ভাগ্যত কি এয়াই লিখা আছিল ?

উপস্থিত জনতাৰ মাজত হায়' হায়' ৰোল উঠিল। কাৰণ শতকৰা সত্তৰ জনৰে সেই একে অৱস্থা। ঘৰত ল'ৰা-ছোৱালী, পুত্ৰ-পৰিবাৰ ৰাখি এই কুৱেৰীত পৰি আছেহি।

ইয়াৰ পিছত ষ্টেজত এজন বিত্তৰকৰ প্ৰৱেশ ঘটিল। তেওঁ পুৰলৈ যাব ধন ঘটিবলৈ। সেয়ে বিৰহিণীয়ে বিত্তৰকক উদ্দেশ্য কৰি গালে—

'প্ৰিয়া মোৰ গইলে পৰদেশ এ বটোহী ভৈয়া,
ৰাত নহী দিন তনী ন চয়ুৱা—এ বটোহী ভৈয়া।
সহত্তানি বহুতো কলেশ এ বটোহী ভৈয়া,
একো নাহী ভেজলে সনেশ, এ বটোহী ভৈয়া।'
প্ৰিয়া মোৰ গ'ল পৰদেশ, হে পথচাৰী;
ৰাতি মোৰ টোপনি নাহে, দিনত শান্তি নাপাওঁ,
বহুত কষ্ট মূৰেৰে পাৰ হৈ গ'ল।
আনকি এখন চিঠিও নিদিলে।

শুনি বিত্তৰকে সুধিলে—

'কৈছন হউৱন তোৰ বাৰে ৰে বলমুৱা সে,
হমৰা কে দেহু না বটাই ৰে সাঁৱৰিয়া।
তোহৰ সনেশৱা ৰামা তাহাৰা বলমুজী সে,
কহত কহৰ সমুঝায় ৰে সাঁৱৰিয়া।'
তোমাৰ মনৰ মানুহটো কেনে
মোক কোৱাঁচোন মৰমী,
তোমাৰ সকলো খবৰ মই তেওঁক বুজাই কম।

বিত্তৰকৰ কথাত প্ৰেয়সীৰ গালেৰে চকুপানী বাগৰি গ'ল। তাই কান্দি কান্দি গালে—

'হমৰা বলমুজীকে বড়ী বড়ী আঁখিয়া সে,
চোখে চোখে বাড়ে নৈনা কোৰ বে বটোহীয়া,
ওঠয়া তো বাড়ে জৈসে কটৰল পনয়া সে,
নাকিয়া মুগনৱাকে ঠোৰ বে বটোহীয়া।'

মোৰ প্ৰিয়তমৰ চকু আছিল ডাঙৰ ডাঙৰ,
চকুত আছিল এক বঙৰ অঞ্জন।
ওঠ আছিল যেন কটা পানৰ দৰে নিমজ,
নাক আছিল ভাটৌ চৰাইৰ ঠোঁটৰ দৰে।
আৰু কেনে আছিল?

'দন্তৱালো শোভে জৈসে চমকে বিজুলিয়া সে,
মোচিয়ন ভম্বৰা গুঞ্জাবে বটোহীয়া।',

দাঁতবোৰ বিজুলী চমকৰ দৰে উজ্বল আছিল।
গোফছোৱা আছিল উৰি ফুৰা ভোমোৰাৰ দৰে।

ৰাইজৰ মাজত আকৌ 'হায়' 'হায়' উঠিল।

এয়ে জীৱন। সি আকৌ শামিয়ানাৰ চাৰিওপিনে এবাৰ চকু ফুৰাই চালে। ধান-খেৰৰ ওপৰত যেন এখন সৰু ভাৰতবৰ্ষ। সুদূৰ নেপালৰ পৰা বীৰবাহাদুৰৰ দল, বিহাৰৰ জানকীৰামৰ দল, কম্বল লৈ বুঢ়া শ্যামসুন্দৰ. ওচৰতে কঁনমইনা শইকীয়া আৰু সেউতী দাস— এপিনে চাংসাৰিৰ মহেন্দ্ৰ কলিতাৰ দলটো। সকলোৱে একেলগে বহি ভিখাৰী নাটক চাইছে। সকলোৰে বেদনা একে। পেটৰ দায়ত এই জনপ্ৰাণহীন, মেলেৰীয়া, টাইফয়ড অধ্যুষিত বনপ্ৰান্তত পাথৰৰ বুকুত বিন্ধা দিছেহি। উফৰি পৰা পাথৰৰ বুকুত হাটুৰী মাৰি জীৱনৰ সংজ্ঞা বিচাৰি পাইছে। আজি কিছুদিন হ'ল আটাইবোৰে মিলি খেৰ-বাঁহেৰে এটা নামঘৰ সাঁজি উলিয়ালে। নামঘৰটো উমৈহতীয়া—তাত বিহাৰীয়ে ভজন জোৰে, নেপালীয়ে পশুপতিনাথৰ পূজা দিয়ে, অসমীয়াই নাম গায়।

সি ঘৰলৈ চালে। ৰাতি প্ৰায় এঘাৰ বাজিলগৈ। সি যাবলৈ

ঠিয় হ'ল, লগতে শইকীয়া আৰু জীৱন দাসো। সোমবাবু দৌৰি আহিল আৰু অলপ সময় বহিবলৈ অনুৰোধ কৰি, সি কিন্তু নবহিল। ৰাতিপুৱাই জিলালৈ যাব লাগিব।

সোমবাবুৱে অতি সন্তোষেৰে সিহঁতক বিদায় দিলে। মানুহৰ সমুদ্ৰ পাৰ হৈ সিহঁত শামিয়ানাৰ পৰা ওলাই আহিল। জোনাক নিশা। জোনৰ পোহৰত নদীখন নাচিব ধৰিছে।

গান তেতিয়াও চলি আছিল। ছোৱালীজনীয়ে গাই আছিল।

পিয়া পিয়া কহেঁলে সখিয়া, পিয়া নাহি ৰে হিতৱা, গইলে বিদেশাৱা, হো গইলে বিদেশাৱা, সৈয়া ভেজ নাৰে সনেশাৱা।

'পিয়া পিয়া কৈ মোৰ প্ৰিয় নাহিল—বিদেশৰ পৰা এটা খবৰো নপঠিয়ালে।'

ভিখাৰী নাটক শেষ হবলৈ তেতিয়াও বহুত বাকী।

# বিশ

শইকীয়াই দিয়া খবৰত কিছু সময়ৰ বাবে আনন্দ হ'লেও সেয়া নিৰানন্দত পৰিণত হবলৈ তাৰ বেচিপৰ নালাগিল। বৰচাহাবৰ বদলি হৈছে সঁচা কিন্তু সাময়িকহে। বদলিটো ঠিক বদলি নহয়। এখন টেলিগ্ৰামেৰে তেওঁ বদলিৰ হুকুম পালে। তাৰপিছত নেতা সকলৰ দিচপুৰলৈ দৌৰ চলিল। শেষত যেনিবা বৰচাহাবৰেই জয় হ'ল। বদলি সাময়িকভাবে ৰড হ'ল—কিন্তু এক চুক্তিত। বৰচাহাব কেইমাহমানৰ কাৰণে চুটিত যাব লাগিব। কি কাৰণে সেই কথা জনা নেযায়। শুনা যায় বৰচাহাব হেনো আৰু ঘূৰি নাহে। সেয়া শুনা কথাহে—সময়ত কি হয়গৈ কোনেও গম নাপায়।

কিন্তু যি খবৰটোৰ কাৰণে তাক জিলালৈ মতা হৈছিল সেয়া বেলেগ। বাহুং গাঁৱলৈ এটা আলি হ'ব। তাৰ জৰীপৰ কামটো অতি সোনকালে সি আৰম্ভ কৰিব লাগে। সেই সম্পৰ্কে নতুন

চাহাবকো সি লগ ধৰিলে। নতুন চাহাব কিন্তু আগবজনৰ দৰে নহয়। তাক ভালদৰেই সকলোখিনি শুধিলে। এই প্ৰথম হৰিশৰ বৰ আঁচৰিত যেন লাগিল। ইমান দিনে সি ওপৰৱালাৰ গঞ্জনাকেই খাই আহিছে। ওপৰৱালাই যে ভাল ব্যৱহাৰ কৰিব পাৰে সেয়া তাৰ কল্পনাৰ অতীত আছিল। সেয়ে এক সন্তুষ্ট মন লৈ সি ঘৰলৈ উভতিল। সি তাৰ ওপৰৱালাৰ নিৰ্দেশমতে নিশ্চয় কামটো কৰিব। কাইলৈকে সি বাহুং গাঁৱলৈ যাব। গাত কাম কৰি থকা সাগালীৰ প্ৰতি তাৰ এটা অস্পষ্ট আকৰ্ষণ থাকিলেও সেয়া তাৰ মুখ্য নহয়, এইটো তাৰ কৰ্ত্তব্য।

শইকীয়াই এই খবৰ শুনি এক অৰ্থপূৰ্ণ হাঁহি মাৰিলে। "ভেৰি গুড, ভেৰি গুড চাৰ—ওৱৰ্ক ইজ ওৱৰ্চিপ। বাট..."

'আপুনি কি ক'বলৈ বিচাৰিছে মই গম পাইছো শইকীয়া, বলক আপুনিও।'

'কিন্তু এইবোৰ কামত লন'লি হ'লেহে ভাল চাৰ, মেনি পিপল ডিচটাৰ্ব।'

'আপুনি নগ'লে বেয়া পাম।'

'অলৰাইট চাৰ। শইকীয়া নেভাৰ চেইঞ্জ নো'।'

ৰাতিপুৱাই সিহঁত তিনিও ওলাল সেই সুৰুলুঙীয়া পথটোৰে বাহুং গাওঁ বুলি। ফ্লাস্কত সিহঁতৰ চাহ—মোনাত কমলা টেঙা আৰু সিঁজোৱা কণী, লগতে বিস্কুট। নৈখন পাৰ হৈ সিহঁত গৈ আছে একেবাৰে পুহৰি পুৱাৰে পৰা। মাজে মাজে ৰাস্তা চাবলৈ সিহঁত ৰ'ব-লগীয়া হৈছে। মাজতে এবাৰ বৈ চাহ আৰু জলপান আপ্যায়ন হৈ গ'ল।

পাহাৰত উঠাৰ অভ্যাসটো তাৰ নিৰ্ব্বাচনৰ অভিযানতে হৈ গৈছে। লাহে লাহে আগবঢ়া—অলপ জিৰণি লোৱা, আকৌ আগবঢ়া। ইলেকচনলৈ যাওঁতে সিহঁতৰ লগৰ পোৰ্টাৰজনৰ কথা তাৰ মনত পৰিছিল। 'চাহাব, থুনকো ঠাণ্ডা হোনে মৎ দিজীয়ে।' দুপৰীয়া একমান বজাত সিহঁত বাহুং গাওঁ পালেগৈ। প্ৰথমে

সোণালীৰ খবৰ লৈয়েই গম পালে যে সোণালী নাই। তাই হেনো কিবা কামত ডিব্ৰুগড়লৈ গৈছে উভতা নাই। সি মনৰ বেদনা মনতে মাৰ নিয়াই হাঁহি মাতি সেইটো কাকো বুজিবলৈ নিদিলে। সি গাওঁবুঢ়াৰ ঘৰত শুধি গম পালে যে সোণালীৰ হেনো ডিব্ৰুগড়ত সম্বন্ধীয় ককায়েক এজন আছে। তালৈকে গৈছে হেনো।

'মিষ্টিৰিয়াচ চাৰ, মিষ্টিৰিয়াচ'—শইকীয়াই কৈ উঠিল। 'এ গাৰ্ল হেভিং এ ব্ৰাডাৰ কামিং চ' লং টু চাৰ্ভ?' সোণালীৰ কথাত শইকীয়া বিচাৰো তাৰো সন্দেহ হ'ল। শইকীয়াৰ কথাতো ঠিকেই। আৰু নকবায়েকেই বা কি ধৰণৰ? এই ভগ্নযৌৱনা ভনিয়েকক পঠিয়াইছে এই পাহাৰৰ মাজলৈ বাস কৰিবলৈ?

যাহওঁক কামগিৰি মেইলৰ সুকলমে হৈ গ'ল। গাওঁবুঢ়াৰ ঘৰত ভাতপানী খাই সিহঁত আবেলি নামিবলৈ ধৰিলে। বাটত সন্ধিয়া গাওঁবুঢ়াই বন্দাই দিয়া জোঁৰ লৈ সিহঁত আগবাঢ়িল। কুৱেৰী পাওঁতে প্ৰায় ৰাতি হ'লগৈ। বৰ্ম্মক্ষেত্ৰত এক গহীন নীৰৱতা। জুপুৰিৰ সৰু সৰু কেৰাচিনৰ চাকিবোৰ জ্বলিব ধৰিছে। বনুৱাবোৰ কামৰ পৰা কেতিয়াবাই উভতিল। সমুখৰ সৰু সৰু চোতালবোৰত টিপচাকি লৈ বহা বড়া জাগন্ত হৈছে। এঠাইত সৰু সৰু ল'ৰা-ছোৱালী এজাকে টিপচাকিৰ পোহৰত ভাত বান্ধি ৰান্ধি গান গাই আছিল।

"বেল আয়ো গুড়ুড়ু চাইলী
বাব দাজে জানেলী বাতেইম।
জালি ৰুমাল কোন খলী ধোলেইম,
কোন খলী ধোলেইম।
আমা চৈন কোন চিঙ্গা ৰোলেইম?"

ৰেল আহিল গুড গুড কৰি ভনীটি
এই জোনালী নিশা।
লেতেৰা ৰুমাল ক'ত ধুম, ক'ত ধুম?
আই নাই ক'ত কান্দিম?

হৰিশহঁত অলপ বৈ গ'ল। সিহঁত ৰোৱা দেখি গান গোৱা লৰা-ছোৱালী কেইটাও গান বন্ধ কৰিলে। সি এবাৰ সিহঁতৰ মলিয়ন মুখবোৰলৈ চালে। প্ৰকৃতিৰ বুকুত ইও এক সমাজ। ৰাতিপুৱাই বাপেক-মাক সকলো যাব কামলৈ। উন্মুক্ত আকাশৰ তলত নাচি-বাগি সিহঁত ডাঙৰ হ'ব। ব্লাষ্টিং হ'লে ক'ত লুকাব লাগে সিহঁতেও জানে। এদিন ডাঙৰ হ'লে সিহঁতেও হাটুৰী ধৰিব। হিচাব নজনাৰ কাৰণে এশফুট শিল ভাঙি আশী ফুটৰ হিচাব হৈ সিহঁত সন্তুষ্ট হৈ থাকিব। গাই যাব জীৱনৰ গান—

"লাউৰে দাইৰে কো লায়ো ঝোলিমা?
পইছা চকো মখমলো চোলিমা?"
ডেকাজনে কি আনিছে তেওঁৰ বেগত?
পইছা শেষ কৰিলে মখমলৰ ব্লাউজত।

ইয়াৰ মাজতে আকৌ কোনোজনৰ মনৰ মিল হ'ব। মালা বদল কৰি বিয়া পাতিব। খাচী কাটিব—গাহৰি কাটিব। গাব

"ধানকো বালা আলিমৈ লপক্ক;
মেৰ' মায়া ৰাখি দেও থপক্ক।"
ধানৰ ঠোক আলিত বাগৰিছে;
মোৰ মায়া এতিয়া এৰি দিয়া।

কেতিয়াবা আকৌ ইয়াৰ মাজতে বিৰহৰ বা বিচ্ছেদৰ বেদনা। যেনে হৈছিল ৰামবাহাদুৰৰ ঘৈনীয়েক ৰমলাৰ, ৰমলা আছিল গাৰো আৰু ৰামবাহাদুৰ নেপালী। ৰমলা খ্ৰীষ্টিয়ান—ৰামবাহাদুৰ হিন্দু। কিন্তু শিলৰ বুকুত জাত নাই, ধৰ্ম্ম নাই—আছে মানবতা আৰু প্ৰেম। সেইকাৰণে হোলমেন ৰামবাহাদুৰৰ লগত ৰমলাৰ বিয়া হৈ গ'ল। সেই বিয়ালৈ হৰিশো গৈছিল। পাহাৰৰ বুকুত 'ভুম' 'ভুম' পাথৰ উৰিছিল। তাৰ মাজতেই চাৰিটা কলপুলিৰ বেইৰ মাজত ৰাম বাহাদুৰ আৰু ৰমলা বহিছিল। ৰামবাহাদুৰে শুধবগা চোলা আৰু মূৰত নতুন ক'লা টুপী লগাইছিল। ৰমলাই পিন্ধিছিল এজোৰ নীলা

সাজ। বিয়াৰ উৰুলিৰ মাজেৰে মালা বদল কৰি সিহঁতৰ বিয়া হৈ গ'ল।

কিন্তু পিছদিনাই হাটুৰী লৈ নকইনা শিল ভাঙিবলৈ ওলাই আহিছিল। ৰামবাহাদুৰ আহিছিল হাতত বাৰুদ আৰু চিপৰাং লৈ। সিহঁতৰ জীৱনত প্ৰেম থাকিলেও পেটটোহে প্ৰধান। প্ৰেমত মজি থাকিলে পেটটোলৈ কোনে চাব?

দুজনৰ অৰ্জনত সিহঁতৰ সংসাৰ সুখেৰেই চলি গৈছিল। সেই পইচাৰে সিহঁতে চহৰলৈ চিনেমা চাবলৈকো এদিন গৈছিল। কিন্তু এদিন সেই সংসাৰত ধুমুহা বৈ গ'ল। ব্লাষ্টিঙত কৰ্ড লগাবলৈ লৈ ৰামবাহাদুৰ দূৰলৈ চিটিকি পৰিল আৰু তিনিদিন হস্পিটেলত থাকি এদিন মৰি থাকিল। ৰমলাৰ পেটত তেতিয়া ৰামবাহাদুৰৰ সন্তান।

সেই ৰমলা এতিয়া ৰামবাহাদুৰৰ সন্তানৰ জননী হৈছে। কেচুৱাটো গছৰ ডালত ডোলনা কৰি ৰাখি এতিয়াও তাই শিল ভাঙে। তাইৰ ভিনিহীয়েকে তাইক আৰু এটা মানুহ লবলৈ কৈছে যদিও তাই লোৱা নাই। ৰামবাহাদুৰৰ মৰমে তাইক সকলো পাহৰাই ৰাখিছে।

এই ৰঙিয়াল ডেকা ৰামবাহাদুৰ বাৰু এনেকৈ মৰিব পায়নে? কোনে ভাবিছিল যে ব্লাষ্টিঙত যাৰ জন্ম সেই মানুহটোও ব্লাষ্টিঙতে মৰিব? তাৰ এটা বাঁহী আছিল। কুৱেৰীৰ কাম শেষ কৰি বাঁহী বজাই বজাই সি গা ধুবলৈ যায়। ৰাতি চেৰাপ ভাটিৰ পৰাও বাঁহী বজাই বজাই অথবা গান গাই গাই ঘৰলৈ উভতে।

ঝম ঝম পৰলু আঁখৈমা গাজেলু চমঝাউনে কোই চৈন,
মথিলৈ বাতেকু মাঞে আয়ো হাটৈমা তিৰবোকী।

চকুৰ ইঙ্গিত আৰু কাজল সনা চকুৰ ভাষা মনত পেলাবলৈ মোৰ কোনো নাই।

ওপৰৰ পৰা কোনোবা আহিছে হাতত ধনুকাঁড় লৈ।

জগতে আছে বেদনা, বিদেশত বৈ থকা বিৰহৰ বেদনা—

"কটিন জাল বস্নু বিদেশমানৈ মনমা পিৰবোকী ?
চানোমা চানো কুশুমে কমাল ধোই দেনে কোই চৈন,
বিৰাণো দেশমা ম মৰি গয়ে ৰোই দেনে কোই চৈন।"

কিমান দিন এই বিদেশত পৰি থাকিম মনৰ বেদনা লৈ,
সৰু সৰু ফুলবচা ধুনীয়া ৰুমাল ধুবলৈ কোনো নাই,
অচিন দেশত মই মৰি গ'লে কান্দিবলৈ কোনো নাই এয়ে বেদনা।

কিন্তু ৰাম বাহাদুৰৰ কথা সত্য নহ'ল। এতিয়াও পাহাৰত ৰাষ্টিং ফুঁটিলে ৰমলাই হাটুৰী পেলাই ফুঁটা ৰাষ্টিঙত উফৰি পৰা শিলবোৰলৈ চাই আনমনা হৈ যায়। ৰামবাহাদুৰেও এইদৰে ৰাষ্টিং ফুঁটাইছিল। ৰমলাই মাজে মাজে কৈছিল— "এয়া তই এৰি পেলা। আনি দুয়ো শিল ভাঙিলেই সংসাৰ চলি যাব।"

'তেনেহ'লে তই মোৰ মেনৰ কামটোকে কৰ।'

'সেইটো মাইকীৰ কাজ। গোৰ্খাই মাইকীৰ কাজ নকৰে।' ৰামবাহাদুৰে ৰমলাৰ কথা নুশুনিলে। ফলত সতিসাবাৰণ ভুল এটাৰ কাৰণে তাৰ দেহ ক্ষত-বিক্ষত হৈ গ'ল। থৈ গ'ল ৰমলালৈ নিৰাশ্ৰয় শ্ৰয় আৰু বেদনাৰ বোজা।

হৰিশ ভাগৈ বাস্তবলৈ ঘূৰি আহিল।

'কি বনাউঞ্চ কাঞ্চা ?'—সি ভাত ৰান্ধি থকা সৰু ল'ৰাটোক সুধিলে।

'ভাত অৰ মচুৰ দাল।'

'মোলাই খানে দেঞ্চ ?—মোক খাব দিবি ?'

ল'ৰা-ছোৱালীজাকে খিল খিলাই হাঁহি দিলে। সিহঁত জাকৰ যেন এইটো এটা আনন্দৰ কাৰণহে হ'ল। সিহঁতে হাঁহি হাঁহি ক'লে—

'হি চাহাব হামৰো খানা খাঞ্চ ?'

সেই হাঁহিত নিশ্চয় ঈশ্বৰেও হাঁহিছিল।

দৈকেশ

প্ৰায় দুপৰীয়াহে হৰিশ গৈ বাহুং গাওঁ পালেগৈ। সোণালী স্কুলতে আছিল। এটা চাংঘৰত তাইৰ স্কুলখন। তাৰে এটা অংশ গ্ৰামসেৱকৰ কোৱাৰ্টাৰ। গ্ৰাম সেৱক তাত নাথাকে। কেতিয়াবা শাকৰ গুটি, সাৰ বিলাবলৈ গ্ৰামসেৱক কেইদিনমানৰ কাৰণে আহে। সেয়ে কোৱাৰ্টাৰ প্ৰায় বন্ধই থাকে। সোণালীয়ে সেই সুবিধাটো লৈ গ্ৰামসেৱকৰ লগত স্কুলখন তাতে প্ৰথমে পাতিবলৈ অনুমতি ল'লে।

গাঁৱত স্কুল নথকা কথা নহয়; এখন স্কুল নামত আছে যদিও কামত নাই। স্কুলঘৰ প্ৰায় বন্ধই থাকে। দৰমহা লবৰ সময়ত ভৈয়ামৰ পৰা মাষ্টৰ এজন আহে—কাৰণ দৰমহা ল'বলৈ গাঁওবুঢ়াৰ প্ৰমাণ পত্ৰ লাগে। দৰমহা লৈ গাঁওবুঢ়া আৰু মাষ্টৰৰ মাজত ভাগ হয় আৰু তাৰ পিছত ভৈয়ামৰ মাষ্টৰ ভৈয়াম পায়গৈ। সেয়ে সোণালী যেতিয়া গাঁওখনত প্ৰথম উপস্থিত হৈছিল তেতিয়া এই মাষ্টৰেই সোণালীৰ প্ৰধান শত্ৰু হৈ থিয় দিলে। কিন্তু সোণালী দৃঢ় মনৰ ছোৱালী আছিল। তাইৰ ব্যক্তিত্বত মাষ্টৰে সেও মানিলে আৰু শেষত চাকৰি এৰি দি সি ভৈয়াম পালেগৈ।

সোণালীৰ প্ৰথম কাম হ'ল পাঠশালা স্কুলখন ঠিক কৰা। তাই গাঁওৰ ঘৰে ঘৰে গৈ সিহঁতৰ ল'ৰা-ছোৱালীবোৰক স্কুললৈ পঠিয়াবলৈ অনুৰোধ কৰি আহিলগৈ। কিন্তু গাঁওৰ মানুহৰ একেটা উত্তৰ, সিহঁতে স্কুললৈ ল'ৰা-ছোৱালী পঠিয়ালে সিহঁতৰ ঝুমত কোনে কাম কৰিব? সিহঁতৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰ কোনে চাব? দূৰলৈ ঝুমলৈ গ'লে গাঁও পহৰা দিব কোনে?

অৱশেষত যেনিবা সোণালীৰ চেষ্টাত দুই এটা ল'ৰা-ছোৱালী স্কুললৈ অহা হ'ল। কিন্তু ইয়াতো মাজে মাজে লেঠা লাগিল। মাজে মাজে ল'ৰা-ছোৱালী নাহি আহে সিহঁতৰ মাক-বাপেকবোৰ।

সুধিলে কয়—'আজি ঝুমলৈ ল'ৰাটোক পঠিয়াইছো। তাৰ সলনি আজি ময়েই পঢ়ো দে।'

কিন্তু তথাপিও স্কুলৰ ল'ৰা-ছোৱালীৰ সংখ্যা বৰ বেছি নাবাঢ়িল। শেষত তাই বুদ্ধি এটা কৰিলে। চহৰলৈ গৈ মেজিক লেম্প এটা আৰু শ্লাইড কিছুমান আনি দেখুৱাবলৈ আৰম্ভ কৰিলে।

সোণালীয়ে প্ৰথমে আৰম্ভ কৰিছিল পাঠশালাৰে। আজি তিনি-বছৰ আশাশুধীয়া চেষ্টাৰ বলত এতিয়া ইংৰাজীৰ ষষ্ঠমান শ্ৰেণীলৈকে খুলিবলৈ তাই সমৰ্থ হৈছে। এতিয়া তাইৰ লগত আৰু এজন ডেকা লৰা লগ হৈছেহি—নাম মুক্তিনাথ শৰ্মা। বয়সত সোণালীতকৈ সৰু। পি, ইউ, দি চাকৰি বিচাৰি শেষত সোণালীক লগ পাই ইয়ালৈকে গুচি আহিল।

হৰিশ যেতিয়া স্কুল পাইছিলগৈ তেতিয়া সোণালীয়ে লৰা-ছোৱালী বিলাক লৈ ফুল বাগানত কাম কৰি আছিল। হৰিশহতঁৰ দলটো দেখি লৰা-ছোৱালীজাক বৈ গ'ল।

'নমস্কাৰ।'

'নমস্কাৰ।'

'আপোনাৰ দেশ চাবলৈ আহিলো।'

'গম পাইছো।' —সোণালী আগবাঢ়ি আহিছিল।

'আমাৰ ইয়ালৈ তেনেহ'লে মটৰ আনিবই?'

'চেষ্টা কৰিম।'

দলে বলে হৰিশ স্কুলত সোমাই পৰিছিল। লৰা-ছোৱালী জাকে সিহঁতক নমস্কাৰ জনাইছিল। সোনালীয়ে সিহঁতক কমন ৰুমলৈ লৈ গ'ল। তাৰ পিছত চাহ পিঠাৰে আপ্যায়ন কৰাই তাই প্ৰত্যেকটো ক্লাছ দেখুৱাবলৈ লৈ গ'ল। ঝুম খেতিৰ ব্যস্ততাৰ কাৰণে স্কুলত ছাত্ৰসংখ্যা কম হ'লেও এই অচিন ঠাইত এইদৰে চহৰীয়া সভ্যতাৰ সকলো সুখ জলাঞ্জলী দি ইয়াত পৰি থকাটোও কম কথা নাছিল। সোণালীৰ কামবনে ইমানপৰে সোণালীৰ প্ৰতি থকা তাৰ মনোভাৱ

সলনি কৰোৱাত বাধ্য কৰিলে। স্কুলৰ সকলোখিনি চাই সিহঁত আকৌ কমন কমলৈ উভতি আহিল। 'ভাত খাই যাব লাগিব কিন্তু।' —সোণালীয়ে জোৰ কৰিলে।

'আমি যে আৰু দহকিলোমিটাৰ আগুৱাই যাম।'

'আকৌ ঘূৰি আহিবনো।'

লগত চেণ্ডউইচ আনিছোৱেই। হৰিশে ক'লে—ফ্লাস্কত চাহ আৰু বেগত বল, কমলা আছেই।

'তেনেহলে সন্ধিয়া মোৰ তাতে নিমন্ত্ৰণ থাকিল।'

'হ'ব বাৰু।'

সিহঁত আৰু বেছিপৰ বহিব নোৱাৰিলে। গোটেই দহ কিলো-মিটাৰ পথ আজি চাম বুলি সিহঁতে ঠিক কৰি আহিছে। গতিকে সোণালীৰ আপ্যায়ন পৰ্ব্ব তাতে শেষ কৰি সিহঁত লুংলুঙীয়া পথ-টোৰে আগবাঢ়িল। সিহঁতৰ আগে আগে দা লৈ দীঘল হৈ পথ ভেটি থকা জংঘলবোৰ কাটি কাটি বনুৱা দুজন। মাজত সি, পিছত জীৱনদাস আৰু যন্ত্ৰপাতি বোৰ লৈ আৰু বনুৱা তিনিজন। মাজে মাজে তাৰ আৰু বনুৱাবোৰৰ গাত জোকে দিগদাৰি দিছে। সি একুৰাই একুৰাই গৈ আছে। আবেলি এটা নিজৰাৰ পাৰত বহি সিহঁতে লৈ যোৱা আহাৰ কৰিলে। চাহ পৰ্বৰ মাজতে জীৱনদাসে ক'লে—

'এই ছোৱালীজনীলৈ কেতিয়াবা মোৰ বৰ ভয় লাগে চাৰ—'

'কেলেই?'

'এই ভৰা যৌৱন, তাতে পাহাৰৰ মাজত অকলশৰে। তাই যে কি মোহত ইয়াত পৰি আছেহি?'

'এবা, ভৈয়ামতো এনে এটা চাকৰি য'তে ত'তে পালেহেঁতেন। তাইৰ কি আচলতে কোনো নাই?'

'মাক আছিল, অলপতে ঢুকাইছে। ককায়েকহঁতে খবৰ নলয়'

'কিয়?'

'হয়তো সকলোৱে বিয়াবাৰু কৰাইছে। তাই এতিয়া কাৰো গলগ্ৰহ হৈ থাকিবলৈ বিচৰা নাই।'

'এটা ডাঙৰ বিস্ময়।'

'এৰা!'

সোণালীৰ প্ৰসঙ্গ সেইদিনালৈ তাতে শেষ হ'ল।

সিহঁত উঠি আছিল ওপৰলৈ, আৰু ওপৰলৈ। এসময়ত সোণালীৰ স্কুল থকা টিলাটো বহুত তলত যেন দেখা গ'ল। সি তললৈ উকি মাৰি চাই পঠিয়ালে। সোণালীক মাজত লৈ ল'ৰা-ছোৱালীজাকে খেলি আছিল।

সি আৰু বিশেষ নাভাবিলে।

## বাইশ

কামৰ হেঁচাত সি বিশেষ বাহিৰলৈ মন কৰিব পৰা নাছিল। ৰাস্তাৰ এষ্টিমেটটো হেনো অফিচত অতি সোনকালেই লাগে। এই কেইদিনত দিনত জৰীপ কৰা আৰু ৰাতি তাৰ হিচাপ উলিয়াওতেই তাৰ প্ৰায় মাজনিশা হয়গৈ। তাৰ পিছত আকৌ ৰাতিপুৱা উঠিয়েই জৰীপলৈ যাবলৈ হয়। আনকি জয়চাৰিয়াবাবুৰ শিলগুটি জুখিবলৈকো তাৰ সময় হোৱা নাই। মাজতে চৌতে খৰ মাৰি সি সোণালীৰ কামটো কৰি দিলে। কিন্তু সোণালী ইয়াৰ পিছতো আৰু দুদিন আহিল। তাক ব্যস্ত দেখি তাই বেচিপৰ নবহিল। মাথো ইয়াকে বুজাই থৈ গ'ল যে তাই আজি-কালি তাৰ লগত আৰু সহজ হব বিচাৰে। সি কিন্তু সাৱধান—অতি সাৱধান। অতীতৰ ঘাবোৰৰ দাগ এতিয়াও তাৰ শুকোৱা নাই। আৰু নতুন ঘা? ওঁহো, নহয়!

এবাৰ মাজ পথতে তাই তাক লগ পালে। সি তাৰ ফ্লাস্কৰ পৰা চাহ খুৱালে। চাহ আৰু সিজোঁৱা কণী খাই সোণালীয়ে ক'লে।

'এইদৰে হ'লে নিতৌ নামিম।'

'ইট উইল বি এ প্লেজাৰ ফৰ মি।'

'আমনি নোপোৱাতো?'

'নেভাৰ।'

সোণালীৰ প্ৰতি এই আন্তৰিকতা জীৱনদাসে সহজ ভাৱে লব পৰা নাছিল।

'ছোৱালীজনী বৰ চেণাবলীয়া চাৰ'—জীৱনদাসে ক'লে—'বৰ বেচি নিমিলাই ভাল নেকি?'

হৰিশে কিন্তু জীৱনদাসৰ কথা সম্পূৰ্ণ মানিব পৰা নাছিল। সি কৈছিল—'দাসবাবু।'

'কওঁক চাৰ।'

'আপুনিয়েই কৈছে তাইৰ মাক অলপতে ঢুকাইছে বুলি। এতিয়া তাই একেবাৰে অকলশৰীয়া। এই ক্ষেত্ৰত আমি জানো তাইৰ প্ৰতি সহানুভূতিশীল হোৱা উচিত নহয়?' জীৱনদাস অলপ সময় ৰ'ল, তাৰ পিছত ক'লে—'সেইটোতো সঁচা কথা চাৰ। কিন্তু মানুহে দেখোন তাইৰ সম্পৰ্কে বহুত কথা কয়।'

'আচল কথা কি জানে?'

'কওঁক চাৰ।'

'এজনী ধুনীয়া ছোৱালীৰ শত্ৰু বহুত। তাতে তাই হয়তো গৰীৱ। ধনীৰ দুলালী হ'লে টকাৰেই তাই সকলোখিনি ঢাকিলেহেঁতেন।

'কিন্তু তাইৰ কথাবিলাক যে বৰ একা-চেকা।'

'তাইৰ মনৰ বেদনাবোৰৰ জানো আপুনি খবৰ লৈছে?'

জীৱন দাসে আৰু একো নামাতিলে।

চাৰ্ভেৰ পৰা ঘূৰি আহি ঘৰ পাই দেখে যে পিৰালীত আমন-জিমনকৈ কনমইনা শইকীয়া বহি আছে। এই মানুহজনীক দেখিলেই

তাৰ শিও জ্বলি উঠে। তাইৰ গিৰিয়েক বেমাৰী। সেইটো সি বুজে। সেইবুলি ৰাতিৰ অন্ধকাৰত তাই দেহদান কৰি ঘূৰি ফুৰিব—সেইটো তাৰ সহ্য নহয়। আৰু ওলাইছেহিও এই সন্ধিয়া পৰত। মানুহে কি ভাবিব? সি প্ৰথমতে মাত নিদিও বুলিয়েই ভাবিছিল। কিন্তু সেইখিনি অসৌজন্যতা দেখুৱাবলৈ সি ৰয়া পালে। গম্ভীৰ হৈ সি সুধিলে।

'আহিলি কেলেই? এই অসময়ত।'

চাৰ! মানুহটোৰ অসুখ চৰি গৈছে। দহটামান টকা যদি দিলেহেঁতেন? সপ্তাহৰ পইচা পায়েই দি দিম।'

হৰিশে একো নামাতি ভিতৰ সোমাই গ'ল। তাৰ পিছত ভিতৰত অনন্ত আছেনে নাই চাই অনন্তক পাকঘৰত দেখি সি অলপ সাহস পালে। এই দুৰ্বল মুহূৰ্তত এটা আকণমানি সৰু ল'ৰাও সাহসৰ খুঁটি হ'ব পাৰে। সেয়ে সি ওলাই আহি সুধিলে—

'গিৰিয়েৰৰ কি হৈছে?'

'আগৰ ছালৰ বেমাৰটোৱে উক দিছে। ঠাণ্ডাৰ দিন কেইটাতেই বৰ দিগদাৰ হয়।'

'ডাক্তৰ কবিৰাজক দেখুৱা নাই?'

'নিজৰে খাবৰ নাই দেউতা, ডাক্তৰ লগাম ক'ৰ পৰা?'

কনমইনাৰ এইযাৰ কথা সঁচা হ'লেও তাইৰ প্ৰতি তাৰ খং উঠিল।

শিল ভাঙিব আহিছে শিল ভাং। সৌৱা—সেউতিয়েতো গিৰিয়েকৰ পৰিত্যক্ত হৈও কেঁচুৱাটোৰ মুখখন চায়েই শিল ভাঙি গৈছে। তাইক কোনোবাই কিবা ক'বলৈকো সাহস কৰা নাই। আৰু এইজনী ডাইনী? কিয় মৰিবলৈ আহিছে ইয়াত?

'নে, এই দহটকা—আৰু সোনকালে যা ইয়াৰপৰা!'

'যাম দেউতা—যাবলৈকে আহিছো।'

'আগলৈ কিবা দৰকাৰ হ'লে অফিচলৈ যাবি—বুজিছ?'

কনমইনাই যেন কিবা বুজি পালে। তাই হাতপাতি টকাকেইটা ল'লে আৰু ঠিয় হ'ল।

'ভাল বাৰু দেউতা! নোৱাৰাতহে আহোঁ।'

অন্ধকাৰৰ মাজত কনমইনা হেৰাই গ'ল। সি দূৰৰ কুৱেৰীটোলৈ চালে। দূৰত দৈত্যৰ দৰে ঠিয় হৈ আছে সেই বিৰাট কায় শিলৰ পাহাৰটো। আৰু কিমান? আৰু কিমান গ্ৰাস কৰিবি তোৰ এই সৰ্ব্বনাশী বুকুত? কনমইনা, বমলা, পামেলা, ৰামবাহাদুৰ এই সকলো হেৰাই গ'ল—ইমানতো কি তোৰ হেঁপাহ নপলাব?

কনমইনাক তেতিয়া সি গালি পাৰিলে যদিও পিছলৈ তাৰ বেয়া নালাগিল। সকলো মানুহে এখন সুন্দৰ সংসাৰ বিচাৰে, আনকি বেশ্যায়ো। কিন্তু ভাগ্যৰ বিড়ম্বনাই জানো সেইটো হ'বলৈ দিয়ে?

কনমইনাই ঠিকেই কৈছিল—'নোৱাৰাতহে আহোঁ দেউতা।'

## তেইশ

বহুদিনৰ মূৰত মোহন জয়চাৰিয়া আকৌ ওলাইছেহি। তাৰ এই লৈ তৃতীয়বাৰ চিনেমা কৰাৰ প্ৰচেষ্টা ফেইল। বুঢ়া জয়চাৰিয়া-বাবুৰ এইবাৰো আৰু কিছু টকা উবালে। বোম্বেলৈ গৈ কিছুমানক এডভান্স দি চব পানীত পেলালে।

জয়চাৰিয়াবাবুৰ আগৰ সেই জোৰ নাই। বৰচাহাবৰ বদলিৰ লগে লগে জয়চাৰিয়াবাবুৰ কোবো বহুতখিনি পৰিল। নতুন চাহাবে তেওঁক সিমান সমৰ্থন নজনালে। ফলত জয়চাৰিয়াবাবুৱে হৰিশে কোৱা-মতে কৰি দিবলৈ বাধ্য হ'ল।

ইয়াত তেওঁৰ কিছু অযথা খৰচ হ'ল—কিন্তু ইয়াতকৈও বহুত বেছি টকা জয়চাৰিয়াবাবুৰ ল'ৰাই অযথা উবায়। আচল কথা হ'ল জেদ—। 'থানে মাই দেখ লিচু—' অৰ্থাৎ আপোনাক মই দেখি

লম—এই জেদটোৱ কাৰণেই যতসব অশান্তিৰ সৃষ্টি হয়। জয়চাৰিয়াবাবুৰ এই পৰাজয়ে বস্তুতৰ জীৱনলৈ দুৰ্ভাগ্য আনি দিলে। বেন্নুসোমে অযথা গালি খালে। বস্তুত বন্নুৱাই পেমেণ্ট নাপালে। কিন্তু জয়চাৰিয়াবাবু আৰু মোহনৰ অনুমতি নাথাকিলে তিনিশ টকীয়া বেন্নুসোমে জানো ইমান ডাঙৰ ৰিস্ক এটা ল'ব? বেন্নুসোমৰ চাকৰিওতো চৰকাৰী নহয় যে খেদ বুলিলেই খেদিব নোৱাৰিব? ইয়াত জয়চাৰিয়াবাবু নালাগে, মোহনেও বেন্নুসোমক এক কথাতে খেদিব পাৰে। সেয়ে আজি দহ বছৰে কঠোৰ পৰিশ্ৰম কৰি জয়চাৰিয়াবাবুক সৌভাগ্যৰ উচ্চ শিখৰত বহুৱাইও বুঢ়া বেন্নুসোম এতিয়াও তিনিশ টকাতেই আছে।

মোহনৰ লগত এইবাৰ পিছে তুলিকা নাই। শোধোতে ক'লে—'ডিচচাৰ্জ কৰিছো। মোৰ চেক্ৰেটেৰীৰ কাম ভালদৰে কৰিব পৰা নাছিল।'

আচলতে তুলিকাক মোহনৰ আমুৱাইছিলগৈ। শেষত তাইক যেতিয়া চিকাৰ ধৰিবলৈ অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰিব ধৰিলে তেতিয়া তাই বিদ্ৰোহী হৈ উঠিল। তাই হেনো এতিয়া কোনোবা এটা কো-অপাৰেটিভ চচাইটিত চেলচ্‌গাৰ্ল হিচাবে সোমাইছে।

'এইবাৰ মোৰ চেক্ৰেটাৰী চাই-মেলি লম, বুজিছেনে দাসবাবু। চি মাষ্ট বি স্মাৰ্ট, ইনটেলিজেণ্ট আৰু ফ্লুৱেণ্ট ইংলিছ স্পিকিং।'

'ভাল কথা'—হৰিশে ক'লে, 'পিছে আপোনাৰ চিনেমাৰ কি হ'ল?'

'সেইটুটু আপোনাক কলোৱেই। বোম্বেত এডভান্স কৰি টাকা মাৰা গ'ল। কিন্তু মই একটা চিনেমা কৰিমেই। তাত পুৰা এডভেঞ্চাৰ থাকিব। এজনী আপনাৰ জনা-শুনা হিৰোইন ঠিক কৰি দিয়কনা।'

হৰিশে মনতেহে ভাবিলে—'ইমান দিনে তুমি যিমানবোৰ ছোৱালীৰ সৰ্বনাশ কৰিলা—তাতেই হৈছে। আৰু কিয়?'

মোহন চাইটত দুদিন থাকিল। এই দুদিন সি শিল্পৰ কুৱেৰীত পিত-পিতকৈ ঘূৰি চালে। এদিন হেনো সি তাৰ মানুহ এটাৰ হাতত সেউতীলৈ এশ টকীয়া নোট এখন পঠাইছিল।

'টকা কিয় ?' —মানুহটোৰ আগত সেউতীয়ে গৰজি উঠিছিল। 'বাবুৱে মৰম কৰি দিছে, ৰাখি থ।'—মোহনৰ মানুহটোৱে কৈছিল। 'শিল্প ভণ্ডা পইচা পাইছোৱেই। আৰু মৰম কিহৰ ?' —সেউতীয়ে টকাখিনি দলিয়াই দিছিল। তাইৰ এই ব্যৱহাৰত মানুহজন স্তম্ভিত হৈছিল। কাৰণ এই খেলা সি তাৰ বাবুৰ লগত বহুদিন খেলিছে। প্ৰথমে মৰমেৰে তাৰ পিছত জোৰেৰে। ইয়াত কিন্তু সি জোৰ খটুৱাবলৈ ভয় কৰে। এইবাৰ জোৰ কৰিয়েই যি কাণ্ড হৈছিল সেয়াই আতিছে।

সেউতীৰ ক্ষেত্ৰত মোহনৰ চিৰাচৰিত নিয়মে পৰাজয় মানিলে। ইয়াত মোহন নিজেও আচৰিত হ'ল। মানুহক ৰাক টকা নালাগে ? সি এদিন নিজেই কৈছিল—'বুইছে দাসবাবু, আমি প্ৰত্যেক ক্লায়েণ্টকে বেশ্যা মাফিক ভাবি লওঁ। প্ৰথম পাণটো, তাৰ পিছত এক হাজাৰ, তাৰ পিছত দুহাজাৰ...... তাতো ফেইল কৰিলে আৰু বেচি। এক চময়তো ফেইল কৰিবই। কেতিয়াবা আকৌ ক্লায়েণ্টে নিজেই কৈ দিয়ে তাৰ ডিমাণ্ড। হামি লোকভি বিজনেচমেন। চাদনীকা জুতাৰ কুব খাই চব চমান হই যায়।'

মোহন পিচে আজি-কালি খুব চালাক হৈছে। অৱস্থা আৰু বয়সে তাক চালাক কৰিছে। সি তাৰ মানুহজনৰ মুখত সেউতীৰ এই দাম্ভিকতা দেখিও মনে মনে থাকিল। একো বিৰক্তি পৰ্যন্ত নেদেখুৱালে। বাকী সময়খিনি পপ মিউজিক শুনি, ফিল্ম মেগাজিন চাই আৰু বটলৰ পিছত বটল শেষ কৰি দুদিন কটাই দিলে।

যাবৰ সময়ত আকৌ হিৰোইনৰ কথা হৰিশক কৈ গ'ল। পিচে এই জঙ্গলৰ মাজত সি হিৰোইন পাই ক'ৰ পৰা।

বুঢ়া জয়চাৰিয়াবাবুৱে ভাল শাস্তি পাইছে। ৰাতিপুৱাৰ পৰা পূজাপাঠ, হনুমান চৰিত্ৰ পঢ়ি বুঢ়াৰ ভাল গতি হৈছে। ৰাতি ৰাৰ বজালৈকে পৰিশ্ৰম কৰি বুঢ়াই টকা আৰ্জিছে কিন্তু ল'ৰাই সেই টকা উৰুৱাইছে। আচল কথা হ'ল উদ্দেশ্য সৎ নহ'লে হৰিনাম ল'লেই ভগবানে মুৰ তুলি নাচায়। সেয়া বুঢ়া জয়চাৰিয়াবাবুৱে প্ৰমাণ কৰিছে।

# চাৰিশ

বাহ্নুং গাঁৱলৈ ৰাস্তাৰ কাম আৰম্ভ হৈছে।

সি এই কেইদিন ব্যস্ত হৈ পৰিছে। ৰাতিপুৱা কেইটামান মাৰ ভাত খাই সি ওলাই যায়। গোটেই দিনটো কাম-বন কৰি মাজতে দুপৰীয়া কোনোবা ঠিকাদাৰ বা বন্ধুৰ কেম্পত সি খাই লয়। তাৰ পিছত কেম্পৰ বাঁহৰ চাঙতে অলপ টোপনি মাৰি আকৌ কামলৈ ওলাই যায়। নিৰ্বাচনৰ আগতে ৰাস্তাটো হেনো জীপ যোৱা কৰিব লাগিব। ইয়াৰ মাজতে বৰচাহাব দুবাৰো আহি গ'ল। লগতে মিষ্টাৰ খাহো আহিছিল। তেওঁৰ আজি-কালি বৰচাহাব ফৰিয়া' বা বৰচাহাবক দেখিলে হৃৎকম্প হোৱা অভ্যাসটো অলপ কমিছে। এতিয়া বৰচাহাব সকলোৰে প্ৰতি সহৃদয়। তেওঁ হৰিশক কথা দিছে—এই ৰাস্তাটো হোৱাৰ পিছত তেওঁ তাক ভাল ঠাইলৈ বদলি কৰিব।

সি পিছে এইখন ঠাইকেই ভাল পাই আহিবলৈ ধৰিছে। চহৰলৈ গৈ কি হ'ব? গোটেইখন কৃত্ৰিম। বিদ্বান মুখাপিন্ধা মানুহৰ মাজত থাকি লাভ নাই। সবলোতে মাথো কৃত্ৰিমতা। কমি গৈছে যাওঁক। সোণালীতো আছিছে। সোণালী আন নহ'লেও সৰল। তাই স্পষ্টবাদী, ভালপোৱা বেয়াপোৱা সকলো আগতেই কৈ দিয়ে।

চাৰ্দ্দৰ কামত সি দুদিন বাহুং গাঁৱত থাকিবলগীয়া হৈছিল। গাওঁবুঢ়াই সিহঁতক সোণালীহঁতৰ স্কুলৰ ওচৰতে এটা ঘৰত থাকিবৰ ব্যৱস্থা কৰি দিছিল। সেই দুদিন সোণালীয়ে সিহঁতক ভাত-পানী ৰান্ধিবলৈ নিদিলে। এসময়ত হৰিশে ক'বলৈ বাধ্য হ'ল—

'ইমান কষ্ট দিবলৈ মই সমূলি ভাল পোৱা নাই।'

'হ'ব দিয়া।' —সোণালীয়ে কৈছিল—দুদিনহে।

'কিন্তু ইমানবোৰ মানুহৰ খোৱা-বোৱা?'

'তোমালোকে ইমান কষ্ট কৰিছা।'

'আমি বাৰু অলপ কৰিলোৱেই।' সোণালীৰ কথাত হৰিশ সন্তুষ্ট

হ'ব নোৱাৰিলে। কিন্তু নহৈও উপায় নাছিল। সোণালীৰ প্ৰকৃতিৰ কথা হৰিশে ভালদৰেই জানে।

কিবা ক'লে তাই বা কি ৰূপ ধৰে ঠিক নাই।

বাহুং গাঁৱত থকা দুদিন তাৰ কষ্ট আটাইতকৈ বেছি হৈছিল। প্ৰায় দোক্-মোকালিতে উঠি সি যাবলৈ ওলাইছিল—তেতিয়াও পোহৰ হোৱাই নাই। কিন্তু সোণালী তাৰ আগতেই উঠি চাহ আৰু কণী সিঁজোৱা শেষ কৰি সিহঁতক খুৱাই-বুৱাইহে পঠিয়াইছিল। দুপৰীয়াৰ সাজ অৱশ্যে সিহঁতৰ বেৰানো বেম্পতহে হৈছিল। ঘূৰি আহিবলৈ সময় প্ৰায়ে নাছিল। তাৰ পিছত সন্ধিয়া তেতিয়া সিহঁত গাঁৱলৈ উভতিছিল তেতিয়া সোণালী চাহ-তাহ কৰি সাজু হৈ আছিল। সিহঁতৰ বেম্পৰ সমুখত ডাঙৰ ডাঙৰ কাঠখৰিৰে এটা মেজি তৈয়াৰ কৰা হৈছিল। গা-পা ধুই চাহ খাই সি তাৰ ওচৰত বহিছিলগৈ। চেগা-চোৰোকাকৈ সোণালীয়েও তাত যোগ দিছিল। কিন্তু তাই ৰন্ধা-বঢ়াত ইমান ব্যস্ত হৈ পৰিছিল যে প্ৰায় সময়েই নাপাইছিল। সেই সময় কণতে হৰিশে তাইক বহুত কথা সুধিছিল। কিছুমানৰ তাই উত্তৰ দিছিল—কিছুমান তাই এৰাই গৈছিল। এদিন সি সুধি পেলাইছিল—

'এই জঙ্গলৰ মাজত কি মোহত তুমি আছাহি?'

'মানুহে সকলো মোহতহে কৰে নেকি?' —তাই কৈছিল। "মোৰ ভাল লাগিছে, বচ।"

'সেইটো জানো কিবা এটা উত্তৰ হ'ল?'

'আৰু কি উত্তৰ বিচাৰা?'

'আই এম চৰি টু হাৰ্ট ইয়ৰ চেন্টিমেণ্ট। কিন্তু মোৰ বহুত কথা আচৰিত যেন লাগে।'

'জীৱনটোৱেই আচৰিত জানা। এই যে তোমাক লগ পালো সেইটোও আচৰিত নহয় জানো?'

'এৰা'—হৰিশে ক'লে। 'মই মাথো এতিয়া নিজৰ জীৱনটোৰ কথা ভাবি গৈছো।'

'এভ্‌ৰিবডি হেজ এ পাষ্ট—সকলোৰে এটা অতীত আছে। সেই অতীতকে সাৱটি থাকিলে জানো মানুহৰ হ'ব?'

'সেইটো সঁচা। কিন্তু অতীতে আমাক বৰ্ত্তমানত বাট বুলিবলৈ সহায় কৰে।'

'হ'ব পাৰে।'

এদিন আবেলি হৰিশে সোণালীক লৈ তলৰ নিজৰাটোলৈ যাবলৈ প্ৰস্তাৱ কৰিলে। সোণালীয়ে ক'লে—

'শুনা, মই এজনী আধা পগলা বলীয়া। তুমি এই কথা কিয় ক'লা?'

'কোনে ক'লে তুমি পাগলী বুলি?'

'ইমানদিনে জানো শুনা নাই? দেখা নাই?'

'শুনিলেও বিশ্বাস কৰা নাই। আৰু এতিয়াতো নকৰোৱেই।'

'কিয়?'

'ইউ আৰ লাইক অব গ'ল্ড ইন হাৰ্ট এণ্ড মাইণ্ড।'

সোণালীয়ে খিল্‌খিলাই হাঁহি দিলে। বহুত অনুৰোধৰ পিছত তাই মান্তি হ'ল। কিন্তু এটা অনুৰোধত—সিহঁতৰ লগত মুক্তিনাথো যাব লাগিব। নহ'লে মানুহে বহুত কিবা-কিবি ক'ব পাৰে। হৰিশ সহজেই মান্তি হৈ গ'ল।

আবেলিৰ ৰ'দ পৰি আহিছিল। সোণালী, মুক্তিনাথ আৰু হৰিশ নিজৰাটোৰ পাৰলৈ নামি গৈছিল। মুক্তিনাথৰ অৰ্কিড আৰু ফাৰ্ণ কালেকচনৰ এটা হবি আছিল। সেয়ে সোণালী আৰু হৰিশক নিজৰাৰ পাৰতে এৰি মুক্তিনাথ পাহাৰ সোমালগৈ।

সোণালী আৰু হৰিশ নিজৰাৰ পাৰৰ শিল এটাত বহিছিলগৈ। সোণালীয়ে নিজৰাৰ পানীত ভৰি কেইখন ডুবাই দিছিল।

সিহঁতে পাহাৰ দুটাৰ মাজেৰে ডুব যোৱা সূৰ্য্যটোলৈ চাই নিমগ্ন হৈ আছিল।

'সোণালী।'

'কোৱা।'

'এইদৰে থাকি তোমাৰ কি লাভ?'

'আকৌ সেই প্ৰশ্ন সুধিছা?'

'তুমি এটা সাঁথৰ।'

হৰিশ সোণালীৰ পৰা অলপ আঁতৰি আহিল। তাৰ পিছত আপোনমনে সি কৈ গ'ল—

'ভাবিছিলো, জীৱনত আৰু কাকো লগ নাপাম। কিন্তু তুমি চব থান-বান কৰি দিলা।'

সোণালী উঠি আহিল—তাৰ পিছত হৰিশৰ হাতত ধৰি ক'লে—'দুৰ পগলা। মোক লগ পালা বুলিয়েই সকলো শেষ হৈ গ'লনে? কি বলকিছা এইবোৰ?'

'সঁচা কৈছো। জীৱনত বহুতে দুখ দি গ'ল। আকৌ তুমি কেলেই আহিলা?'

'তাৰমানে তুমি মোক ভাল পাবলৈ আৰম্ভ কৰিলাই। কিযে মানুহ তুমি?' —সোণালীয়ে খিলখিলাই হাঁহি দিলে। সোণালীৰ হাঁহিত হৰিশ প্ৰায় আচৰিত হৈ গ'ল। আকৌ সি এবাৰ সোণালীৰ মুখলৈ চালে। ঠিক সেই সৰলতা; সেই অন্তৰখোলা উদাৰতা গোটেই মুখখনতে বিয়পি পৰিছে।

'কিযে কোৱা আৰু?' সোণালীয়ে হাঁহি হাঁহি কৈ গ'ল—'এজনী অচিন, অজানা ছোৱালী—জাত-পাতৰ ঠিক নাই। মানুহে কয় চেৰা-বলীয়া বুলি। আৰু তুমি কৰিবা প্ৰেম?' —সোণালী যেন হাঁহিত ফাঁটি পৰিব।

সোণালীক ঠিক হৰিশে তেতিয়াও ধৰিব নোৱাৰিলে। সোণালীয়েই আৰম্ভ কৰিলে—

'শুনা, অচিন কাঠৰ ঠোৰা লগাব নাপায়। তুমি ভাবি চাইছানে নাই?'

'আজি দুমাহে, মই তোমাৰ লগ পোৱাবে পৰা সেই কথাই চিন্তা কৰিছো। চিন্তা কৰি কৰি ভাগৰি পৰিছো। মোৰ এয়া কি হ'ল ?'

'হাটুৰী-বটালিৰ মানুহ হৈ ইমান চেন্টিমেণ্টেল হ'লা কেনেকৈ ?'

'ইট ওৱাজ এ ৰং চইচ—ইট ওৱাজ নট টু মাই লাইকিং।'

'তেনেহ'লে ?'

'চাকৰি আৰু টকা। কিন্তু মোৰ এটাও নহ'ল।'

'আমাৰ শাস্ত্ৰত কৈছে তুমি য'তে আছা ত'তে সন্তুষ্ট থাকা। যি মনত সন্তোষ আছে তেঁৱেই জীৱনত আটাইতকৈ সুখী।'

'তুমি মোতকৈ বহুত ওপৰত।'

'এজনী আধাপাগলী ছোৱালীৰ পৰা আৰু কি বিচৰা ?'

সন্ধিয়া লাগি আহিছিল। সোণালীক লৈ সি ওপৰৰ পাহাৰুৱা ৰাস্তাটোলৈ উঠি আহিছিল।

সোণালীৰ ইমান ওচৰত থাকিও তাই তাৰ ওচৰত অস্পষ্ট হৈ থাকিল। তাই যেন বহুত কথা তাইৰ খিল্‌খিলীয়া হাঁহিটোৰে ঢাকি ৰাখিব খোজে। হৰিশে আৰু একো নকৈ সোণালীৰ লগে লগে আহি আছিল।

এই দুদিন সন্ধিয়া সন্ধিয়া সেই গাঁওখনৰ পৰা উটি অহা মাদল আৰু বৰ কাঁহখনৰ মাত সি শুনিলে। সি সন্ধিয়া এবাৰ তালৈ যাবলৈ মন কৰিছিল। কিন্তু সন্ধিয়া সোণালীৰ সঙ্গসুখকণ এৰি আন সকলোতে যেন তাৰ বিস্বাদ লাগি আহিছে।

'শুনা।'

'কোৱা।'

'মই আকৌ সুধিছো—তুমি বাৰু কেলেই ইয়ালৈ আহিলা ?'

'আকৌ কেলেই সুধিলা ?'

'ইমান ভাল তুমি অথচ ইমান অকলশৰে। জীৱনটোক লৈ কি খেলা কৰিছা ?'

'মোৰ আকৌ জীৱন ?' —সোণালীয়ে আকৌ আগৰ দৰে হাঁহি

দিলে - অলপ বৈ তাই ক'লে—'পৃথিৱীত সদায় ভবা মতে কামবোৰ নহয় জানা।'

'তুমি কি ক'বলৈ বিচাৰিছা?'

সোণালী গম্ভীৰ হৈ গ'ল।

'অলপ ৰ'বা! গধূলি যে হ'ল। ইপিনে মুক্তিনাথো েলালহি।'

'বলা সৌ সমানখিনিতে অলপ বহোঁ বাৰু।'

দুয়ো তলৰ সমান্তৰাল খিনিলৈ চাই ওচৰা-ওচৰিকৈ বহি ল'লে। সন্ধিয়াৰ আকাশত হেণ্ডুলীয়া বোল। দিগন্তত ঘৰমুখী বগলীৰ জাক। সোণালীয়ে আৰম্ভ কৰিলে—

'এজনী ছোৱালী আছিল। ইংৰাজীত অনাচ লৈ পাচ কৰি তাই আৰু পঢ়িব। তাই জাৰ্নেলিষ্ট হ'ব। তাৰ পিছত—'

'তাৰ পিছত কি হ'ব?'

'তাই সকলৈ এখন কাগজ খুলি সমাজ ব্যৱস্থাৰ বিৰুদ্ধে, সংগ্ৰাম কৰিব।'

'সেইটো কিয় হ'বলৈ নিদিলা?'

'সেইটো মই নকওঁ। তুমিয়েই বাৰু কিয় আহিলা—মোৰ খেলি-মেলি জীৱনত আৰু খেলি-মেলি লগাবলৈ? মই যে ক'ত ৰ'মগৈ?'

'সেইটো মই হ'বলৈ নিদিওঁ। আই হেভ ডিচাইডেড মাইচেল্ফ।'

ঠিক সেই সময়তে মুক্তি নাথ আহি ওলালহি। তাৰ হাতত বিভিন্ন ৰঙৰ কপৌফুল।

## পাঁচ

'বুইছে, চাৰ, এই পৃথিৱীখন চৰ কলত চলিছে।' —শইকীয়াই আৰম্ভ কৰিলে।

আজি কেইদিনমান ধৰি হৰিশ এটা মহা চিন্তাত পৰিছে।

বাহুং গাঁৱলৈ আলিৰ কাম চলি আছে। ইয়াতে সি এটা অলপ বে-আইনী কাম কৰি পেলালে। বাহুং গাঁৱৰ ডেকা ল'ৰাবোৰে ধৰিলে সিহঁতৰ ডেকাচাঙলৈ এটা আলি বনাই দিব লাগে। ইয়াৰ পিচতে আচল গণ্ডগোলটো আৰম্ভ হ'ল। কথাটো বৰচাহাবৰ কানত পৰিলগৈ। তদন্ত হ'ল। ইয়াৰ পিচত বহুত লিখালিখি হ'ল। কেতবোৰ টুটকীয়াই লগালে আজিকালি নতুন ইঞ্জিনিয়াৰৰ লগত মাষ্টৰণী সোণালী কটকীৰ 'ও' হৈছে। গতিকে সোণালীৰ স্কুললৈ মৰমতে ইঞ্জিনিয়াৰে আলিটো বনাই দিলে।

সকলো অপবাদ সহ্য কৰিলেও হৰিশৰ এই অপবাদটো বিষতুল্য হ'ল। সোণালীক বাৰু মানুহবোৰে কিয় ইয়াৰ মাজলৈ টানিলে? সোণালীৰ প্ৰতি তাৰ এটা আকৰ্ষন আছে সঁচা, কিন্তু ইয়াৰ লগত আলিৰ কি সম্বন্ধ? সেই আলিৰে অকলতো সোণালী-য়েই নাযাব গোটেই গাওঁখনৰ মানুহেই যাব। তাৰ ইয়াতকৈও বেছি দুখ লাগিল যিদিনা বৰচাহাবেও ট্যুৰলৈ আহি বেঁকাকৈ তাক ক'লে—'কানৰ মানুহ কামত থাকিবা। স্কুলৰ লগত আলিৰ ইঞ্জিনিয়াৰৰ কি কাম থাকিব পাৰে?'

তাৰমানে এই কথাটো মাণুহে বৰচাহাবৰো কাণত পেলাইছেগৈ। এটা বিক্ষিপ্ত মন লৈ সি অফিচত বহি আছিলহি। ঠিক সেই সময়তে শইকীয়া আহি পালে।

শইকীয়াই প্ৰথমে শুধিলে তাৰ বিমৰ্ষতাৰ মূল কাৰণ কি? হৰিশৰ মুখত সকলোখিনি শুনি শইকীয়াই মন্তব্য কৰিলে—'এই পৃথিৱীখন ৰুলত চলিছে। নিয়ম মানক, কাগজ ঠিকে ৰাখক, ইপিনে কাম লাগিলে জহন্নামে যাওঁক, মুঠতে আপোনাৰ নহব।'

'কেলেই নহ'ব?'

'ওপৰলৈ উঠিবলৈ হ'লে আৰু বহুত কোৱালিটি লাগিব বুজিছে। ধৰি লওক মাজেমধ্যে জিলালৈ গৈ আপুনি চাহাবসকলৰ ফাই-ফৰমাচ খাটি দিয়ক—মেমচাহাবসকলৰ বজাৰ কৰি দিয়ক। হাঁহি

হাঁহি ইয়ালৈ ফিষ্ট খাবলৈ মাতক। তাকে কৰিব নোৱাৰিলে আপুনি কিহৰ ইঞ্জিনিয়াৰ?'

'মোৰ দ্বাৰায়ে এইবোৰ সম্ভৱ নহ'ব শইকীয়া।'

'ডেন ইউ ৰট হুৱেৰ ইউ আৰ। কোনে আপোনাৰ ভাল কৰি দিব?'

হৰিশে শইকীয়াৰ কথাটো দীঘলৈ চিন্তা কৰি চালে। গোটেই দেশতে কাগজ কলমৰ কাম বেছি হৈছে। উচিত পৰিকল্পনাও হোৱা নাই। মাইলৰ পিচত মাইলকৈ মাথাউৰী বান্ধি নদীৰ তলি ওখ কৰা হৈছে। ইপিনে বানপানীৰ পলস নাপাই পথাৰ অনুৰ্বৰ হৈ গৈছে। যিকোনো পৰিকল্পনাতে সংহতিৰ অভাৱ—থাওক—সি এটা সৰু মানুহ। এইবোৰ আদাৰ বেপাৰীৰ জাহাজৰ খবৰ লৈ কি লাভ?

'বুইছে শইকীয়া—মইতো এটা বেয়া মানুহ। ওপৰত বেয়া, তলতো বেয়া—চেষ্টা কৰিও দেখোন ভাল হ'ব নোৱাৰো।'

'সেই বিষয়ে নাভাবিব।' শইকীয়াই ক'লে: মেঘ আছে বুলি সূৰ্য্য নাই বুলি কোনে ক'লে।

'আপুনি বৰ দাৰ্শনিক কথা ক'লে শইকীয়া।'

'সময়ে শিকাইছে চাৰ।' —শইকীয়া অলপ গহীণ হৈ গ'ল।

'আমি গৰীব, আমাৰ দুখ-সুখ একো থাকিব নোৱাৰে। নহ'লে চাওক—আজি কুৰি বছৰ হ'ল। ল'ৰা-ছোৱালী এৰি গোটেই ব্ৰহ্মাণ্ড ঘূৰি ফুৰিছো—কোনে আমাৰ খবৰ ৰাখিছে? ওপৰন্তু কিজানি এই শইকীয়াক সকলোৱে পাহৰি গ'ল।'

'আপুনি কিহৰ মোহত ইয়াত পৰি আছেহি? ইমান মাটি-বাৰী আছে—খেতি কৰিও দিন কাটি যাব—বৰং ভালদৰেহে।'

'ময়ো সেইদৰে ভাৱো চাৰ—কিন্তু এই চাকৰিটোৱে মোক এলেহুৱা কৰি পেলালে। মাহৰ শেষত টকা কেইটা আৰু চৰকাৰী চাকৰিটো। কিবা নাগপাশত বন্দী হৈ গ'লো চাৰ।'

'খাবলৈ নোপোৱা চাকৰি এটা কৰিয়েই বা লাভ কি?'

'মোৰ চাৰ মোহ।' —শইকীয়াই ক'লে—'এই মোহৰ নাগপাশত আমি সকলোৱে বন্দী চাৰ। ৰ'ব, আপোনাৰ কিবা এটা কথা শুনিছো আহিলো।'

'কওঁক।'

'আপোনাৰ নামত কিবা এখন কাগজ ওলাইছে হেনো!'

'কোনে ক'লে?'

'পিপল চে ধৰ্মেশ্বৰ শইকীয়া ইজ এ গেজেট। মই খবৰ নাপালে কোনে পাব?' —শইকীয়াই এক অৰ্থপূৰ্ণ হাঁহি মাৰিলে।

হৰিশে কিন্তু কথাখিনি সহজভাৱে লব নোৱাৰিলে। সি ক'লে—'মই জানো আপুনি কি ক'ব বিচাৰে। শুনক, মই চব বদনাম সহ্য কৰিব পাৰো, কিন্তু সোণালীৰ লগত মোক সংযুক্ত কৰি........ এনি ৱে। সোণালী ইজ এ গুড গাৰ্ল। হোৱাই চি চুড চাফাৰ ফ'ৰ মি?'

'লিভ ইট চাৰ, বাদ দিয়ক। টাঙ্গ ইজ টাঙ্গ—এ ব'নলেচ অবজেক্ট। টাঙ্গক কি বাধা দিব? কিন্তু এটা কথা চাৰ।'

'কি?'

'বি চিনচিয়াৰ। লাগি থাকক। সোণালী ইজ এনি ৱে এ গুড গাৰ্ল।'

'কিন্তু তাইৰ ইমান বদনাম কিয়?'

'এজনী ধুনীয়া আৰু সৎ ছোৱালীৰ শত্ৰু অনেক। উই আৰ অল এনিমেলচ্। এই এনিমেলবোৰে সকলোকে এনিমেল বুলি ভাবে আৰু সেইদৰে বিচাৰে। নহ'লে এনিমেলৰ দৰে কামুৰিবলৈ খোজে।'

শইকীয়াৰ কথাখিনি তাৰ খুব ভাল লাগিল। ভুল ইংৰাজী ক'লেও শইকীয়া সৰল আৰু খোলা মনৰ মানুহ। এবাৰ হেনো আকস্মিক ভাৱে এক বৰচাহাব আৰু মেমচাহাবৰ তেওঁ মুখা-মুখি হ'ল। খপাজপাত বৰচাহাবক 'গুড মৰ্নিং চাৰ' জনাই গম পালে যে মেমচাহাবক একো কোৱা নহ'ল। সেয়ে তেওঁ আকৌ হাত কঁপাললৈ তুলি ক'লে—'আই এম চৰি চাৰ। গুড মৰ্নিং ওৱাইফ'।' ফলত

চৌবিশ ঘণ্টাৰ ভিতৰত শইকীয়াৰ বদলিৰ হুকুম হ'ল। ভাগ্যে যেনিবা আনবোৰে বুজালত শইকীয়াৰ ভুল ধৰা পৰি বৰচাহাবে সেইবাৰলৈ এৰি দিলে।

শইকীয়াৰ জীৱন ঘটনা অনেক। এবাৰ হেনো চুটিৰ দৰ্খাস্ত লৈ চাহাবৰ কমত সোমাই শইকীয়াই ক'লে: চাৰ ৰিলিভ মি। আই ৱাণ্ট টু গ' হ'ম টু ফায়াৰ মাই আঙ্কল।

'হোৱাই? ফায়াৰ ইউৰ আঙ্কল? ক্লিয়াৰ হমিচাইড।' —শেষত যেনিবা চাহাবে গম পালে যে শইকীয়াৰ মৃত খুৰাকক কাঠসংস্কাৰ কৰিবলৈহে ঘৰলৈ যাবলৈ বিচাৰিছে তেতিয়া চাহাবে হো হো কৈ হাঁহি দিলে।

'চাৰ, তিৰোতাৰ নেচাৰ আপুনি জানেনে?'

'অলপ, অলপ—হৰিশে তাৰ প্ৰথম জীৱনৰ প্ৰতিঘাট বোৰৰ কথা গোপনে ৰাখিলে। হৰিশৰ নীৰৱতা দেখি শইকীয়াই আৰম্ভ কৰিলে—

'এই ফিমেল গ্ৰেণ্ড চাৰ, মানে কি ক'ব! চেয়িং এণ্ড নট চেয়িং, কামিং এণ্ড নট কামিং। চেয়িং ন' এণ্ড মিনিং ইয়েচ। ভেৰি ডিফিকাল্ট চাৰ।'

'আপুনি কেনেকৈ জানিলে?'

'এক্সপিৰেন্স চাৰ—ক্লিয়াৰ এক্সপিৰেন্স। ধৰক এই মোৰ মানুহজনীকে। ফ'ৰটিন ইয়াৰ্চ পাষ্ট চিন্স মেৰেজ। ঘৰত থাকিলে সদায় খেচখেচাই থাকিব। কিন্তু আহিব ওলালেই আই ফুল অব টিয়াৰ।'

'তাৰমানে আপুনিও এজন প্ৰেমিক।'

'নক'ব চাৰ। ইভিন ইন ডিছ অ'ল্ড এইজ উইক্লি লেটা কমিং এণ্ড গ'য়িং।'

'যদি মই কওঁ মই এজন ব্যৰ্থ প্ৰেমিক।'

'কি কয় চাৰ? ডিচ ইজ অনলি বিগিনিং। মিল্ক মথিং ক্ৰিম কামিং। ন' মথিং ন' ক্ৰিম।'

'সি আকৌ ভাবিলে। পুতলী গ'ল, ৰুমি গ'ল—সোণালী বা কিমান দিন?

## ছাব্বিশ

'ইয়াৰ পিছতো তুমি মোক বিচাৰিবা?'

হৰিশে চাই আছিল তাৰ পৰা অলপ আঁতৰত বহি উদভ্ৰান্ত দৃষ্টিৰে বাহিৰলৈ খোলা খিৰিকি খনেৰে চাই থকা সোণালী কটকীলৈ। আজি কেইবাদিনো হ'ল তাৰ বাচুং গাঁৱত থকা। ইয়াৰ মাজতে সময় বুজি সি কেইবাবাৰো সোণালীৰ ওচৰ চাপিছে। সোণালীক লৈ সি তলৰ নদীখনলৈও গৈছে। সি বুজিবলৈ চেষ্টা কৰিছে এই বিদ্ৰোহী অকলশৰীয়া ছোৱালীজনীক। হয়তো সি বহুখিনি তাইৰ মনৰো ওচৰ চাপিছে; কিন্তু তাইৰ নিৰুত্তাপ ব্যৱহাৰে তাক হতাশ কৰি পেলাইছে। সোণালী যেন বহুত বেছি সাৱধান। পুতলীক সি ভালদৰে বুজাৰ আগতে তাই হেৰাই গ'ল। ৰুমি চতুৰ আছিল—জীৱনৰ খেলা ঘৰত বহু ৰং দেখুৱাই তাই তাক নিঃস্ব কৰি আঁতৰি গ'ল। এতিয়া এই সোণালী? তাই বাৰু কেনে ধৰণৰ? ইমানখিনিৰ পিছতো তাই বাৰু কিয় এতিয়াও নিৰুদ্বেগ? নে তাইৰ জীৱনত সি অনাহত?

সেয়ে এইবাৰ সি আহিছিল চৰম প্ৰস্তাৱ লৈ। এই ঠাইত সি আৰু বেছিদিন নাথাকে। বাচুং গাঁৱলৈ আলি প্ৰায় শেষ হৈ আহিছে। ইপিনে বাৰে বাৰে আঘাট পাই সি খুব সাৱধান হৈ গৈছে। এতিয়া ঘৰৰ পৰা ঠিক কৰা ছোৱালীজনীক সংসাৰলৈ চপাই আনিলেই তাৰ খুব ভালদৰে চলি গ'লহেঁতেন। হঠাৎ সোণালী আহিল যেন এটা চকামকা বিজুলীৰ দৰে—তাৰ চিন্তাসূত্ৰ থানবান হৈ গ'ল। অতি সাৱধানে পদক্ষেপ দিও শেষলৈ সি নোৱাৰিলে। ৰুমি আৰু পুতলীৰ বেদনাৰে সি সোণালীৰ পৰা আঁতৰি আহিব খুজিছিল—কিন্তু

নোৱাৰিলে। সেয়ে চৰম প্ৰস্তাৱৰ মুখত সোণালীৰ উত্তাপহীন আবেগলেশ অবয়ব দেখি সি আঁচৰিত হ'ল—আকৌ ভুল কৰা নাইতো? —'মোৰ জীৱন বেদনা বৰ গভীৰ।' সোণালীয়ে কৈছিল: তুমি মোক অলপ অকলে থাকিব দিয়া।

'কিন্তু কিয়?'

'যদি মোৰ জীৱন কাহিনী জানিলাহেঁতেন—যাওক সেই কথা! তুমি বাৰু মোৰ পৰা কি বিচাৰা?'

'একো নাই—মাথো তোমাক। এই সোণালী বোলা বৈ পৰা চকুৰে, এটা লাহী দেহাৰে আৰু এটা নিকামনেৰে ছোৱালীজনীক।'

'মোৰ মন নিকা বুলি কেনেকৈ জানিলা?'

'এই সৰু জীৱনটোত বহুত মানুহ দেখিলো, মানুহ মই চিনো।' : তুমি নিচিনা! —আহত বাঘিনীৰ দৰে সোণালী গৰজি উঠিল। তাৰ পিছত বেদনা ভৰা মনেৰে সোণালীয়ে আপোনমনে কৈ গ'ল: মোৰ ক'বৰ মন নাছিল। ইমান দিনতো পাৰ হৈ গৈছে। আৰু কিয়?

'কোৱা সোণা'—সি উঠি গৈ সোণালীৰ পিছপিনে ঠিয় দিলে: তোমাৰ বেদনাৰ কিছু বোজা মোকো দিয়া। মইতো তোমাৰ পৰ নহয়?

সোণালী বৈ গ'ল।

'শুনিবা?'

'শুনিম।'

'লাভ?'

'আকৌ সেই কথা!' —সি সোণালীৰ পিঠিত হাত দিলে। সোণালীয়ে একো বাধা নিদিলে।

'তুমি মাথো কোৱা সোণা। মোৰ অনুৰোধ।'

'শুনিব খুজিছা শুনা, কিন্তু এই সোণালীৰ পঙ্কিল জীৱনেৰে নিজৰ জীৱন কিয় বিষাক্ত কৰিব খুজিছা?'

'মহাকালৰ দৰে সকলো বিষ মই হজম কৰিম।'

সোণালী ভাগি পৰিল। তাৰ পিছত সংযত হৈ ক'লে: এজনী ছোৱালী আছিল—নিঠৰুৱা। বিধবা মাকৰ বাহিৰে তাইৰ আৰু কোনো নাছিল। এদিন তাই আশ্ৰয় বিচাৰি মাকৰে সৈতে সম্বন্ধীয় ধনী মোমায়েকৰ আশ্ৰয়লৈ আঁতৰি আহিল।'

'কৈ যোৱা।'

তাৰ পিছত সিহঁতৰ দিন ভালেৰেই গ'ল। মোমায়েক ভৱতাৰা বৰুৱা চাহ বাগিছাৰ মালিক। তেওঁ বাগানৰে এটা সৰু ঘৰত বায়েকক আশ্ৰয় দিলে। এদিন চাই-মেলি তাইক বাগানৰে এজনলৈ বিয়াও দিলে।

'তাৰ পিছত।'

তাৰ পিছত সিহঁতৰ সংসাৰলৈ এজনী ছোৱালী আহিল। সুখৰ সংসাৰ আৰু সুখৰ হৈ পৰিল। বৰ ভুল হ'ল হৰিশ, বৰ ভুল হ'ল—তোমাক লগ পোৱা!

সোণালী ভাগি পৰিল। তাৰ পিছত সংযত হৈ আৰম্ভ কৰিলে—

: এজনী ছোৱালী আছিল—বৰ অকলশৰীয়া এজনী ছোৱালী। তুমি আমনি নোপোৱাতো?

'কৈ যোৱা।'

মাক-বাপেকৰ একমাত্ৰ সন্তান সেই ছোৱালীজনীক নিঠৰুৱা কৰি এদিন তাইৰ বাপেক মৰি থাকিল। অসহায় অৱস্থা এটাৰ পৰা মাকে তাইক লৈ আহিল তাইৰ সম্বন্ধীয় ককায়েক ভৱতাৰা বৰুৱা—বিখ্যাত চাহ বাগিছাৰ মালিক ভৱতাৰা বৰুৱাৰ ওচৰলৈ। সিহঁতে যেন সৰগ ঢুকি পালে।

'তুমি বৰ কমপ্লেক্স সুৰত কথা কৈছা।'

: ড'ণ্ট ইনটাৰাপ্ত—শুনি যোৱা। এদিন সেই ছোৱালীজনীৰ বিয়াও হ'ল বাগানৰে হেমন্ত শৰ্মা নামৰ ফেক্টৰিৰ ফ'ৰমেন এজনৰ লগত। সিহঁতৰ সংসাৰলৈ এজনী ফুটফুটীয়া ছোৱালীও আহিল। তাইৰ নাম থলে সোণালী।

'খুব সুন্দৰ কথা।'

'এদিন তাই ডাঙৰ হ'ল—তাই ক'ব পৰা হ'ল। উস্‌, হৰিশ! মইযে অস্থিৰ হৈ পৰিছো।' তাই উভতি হৰিশৰ হাতত ধৰি ক'লে: কোৱা, মই তোমাক কিয় লগ পালো? কোৱা? নহ'লে মোৰ আজি এই অৱস্থা নহ'লহেঁতেন।

'তোমাৰ কষ্ট হৈছে যদি—'

'ওঁহো নহ'ব।' তাই আকৌ খিৰিকিৰ কাষলৈ উভতি গ'ল। তাৰ পিছত খিৰিকীৰ চিকত ধৰি বাহিৰলৈ চাই তাই আপোনমনে কৈ গ'ল: তুমি শুনিবই লাগিব। ইমান দিনে সকলোৱে মোৰ দেহটোহে বিচাৰিছিল। মাথো তুমি, তুমি মোৰ দেহ মন সকলো বিচৰা। তোমাক মই ফাঁকি দিব নোৱাৰিলো। তোমাৰ মৰমৰ অক্টোপাশত আজি মই বন্দী। সেই অক্টোপাশৰ শুড়বোৰে মোক দিনে-ৰাতিয়ে পিহি পিহি শুহিব ধৰিছে। তুমি মোক কিয় এনেকুৱা কৰিলা?

হৰিশ সোণালীৰ ওচৰলৈ আগবাঢ়ি গ'ল। তাৰ পিছত তাইৰ কান্ধত হাত দি সি ক'লে: মোৰ দুৰ্বল আত্মাত তোমাৰ মধুৰতাৰে শক্তিৰ সঞ্চাৰ কৰা।

সোণালীয়ে একো নামাতিলে। তাইৰ চকুত চকুপানী। সেই চকুপানী মচি পেলোৱাৰো তাই চেষ্টা নকৰিলে।

'মই বৰ দুখুনী হৰিশ। তোমাক ভাল পোৱাৰ মোৰ অধিকাৰ নাই।'

'কিয়?'

'সেই কথা কম। তুমি জানো এতিয়াও উভতি যাব নোৱাৰা হৰিশ?'

হৰিশ মনে মনে থাকিল। হৰিশৰ মৌনতালৈ লক্ষ্য কৰি সোণালীয়ে কৈ উঠিল: জানো—তুমি নোযোৱা। যাব নোৱাৰা। দুৰ্ভাগ্য লৈ আহিছা যেতিয়া সৌভাগ্যৰ নিকা পোহৰলৈ পিঠি যে দিবা ই ধুৰুপ। কিন্তু তুমি যদি এতিয়াও জানিলাহেঁতেন।

'মই সকলো অৱস্থাৰ কাৰণে প্ৰস্তুত।'

এক ভগ্ন হৃদয়েৰে খিৰিকীৰ চিকত মূৰ জোকাৰি তাই কন্দা-নকন্দাৰ সুৰত ক'লে: শুনি যোৱা—হতভগা হৰিশ, শুনি যোৱা। কঁপালত সুখ থাকিলে জানো এনে হ'লহেঁতেন? তাৰপিছত হৰিশৰ পিনে ঘূৰি চিঞৰি চিঞৰি তাই ক'লে—যি সোণালীৰ কল্পনাত তুমি পগলা হৈছা! তুমি জানানে? তাইৰ পিতৃ পৰিচয় নাই। তাই জাৰজ।

এক বজ্ৰাহত পথিকৰ দৰে সি স্তম্ভিত হৈ ৰ'ল—'কি কোৱা তুমি? পাগল হৈছা?'

'নাই হৰিশ মই পাগল হোৱা নাই।' তাই উদভ্ৰান্ত দৃষ্টিৰে হৰিশলৈ চাই হৰিশৰ বুকুত সোমাই হুকহুকাই কান্দি কান্দি কৈ গ'ল: ই সঁচা হৰিশ, ই সঁচা। যি ব্যক্তিক তাই ইমান দিনে মোমায়েক বুলি জানি আহিছিল তেঁৱেই তাইৰ পিতৃ।

'তুমি জানিলা কেনেকৈ?'

'আইৰ মৃত্যু শয্যাত, যৌৱন কালত আয়ে এবাৰেই ভুল কৰিছিল—সিও বিয়াৰ আগতে। ইয়াৰ পিছত যাক পিতৃ বুলি ইমানদিনে জানিছিলো, সি পঙ্গু, সি পৌৰষবিহীন। মাথো পিতৃ দেৱতাৰ অবৈধ আত্মাৰ প্ৰতিষ্ঠা কৰিবলৈ সেয়া লৌকিকতা কৰা হৈছিল।'

হৰিশৰ মূৰ ঘূৰিবলৈ ধৰিলে। কি দৰে যে সি সোণালীৰ ঘৰৰ পৰা ওলাই তাৰ কেম্প পালেহি সি ধৰিবই নোৱাৰিলে। তাৰ মনত তেতিয়া এক প্ৰৱল ধুমুহা—অশান্ত, বিক্ষিপ্ত, দিশহাৰা। সোণালীৰ উচুপনিয়েও তাক ৰাখিব নোৱাৰিলে।

এয়া কেনেকৈ হ'ল? এয়া হ'ব নোৱাৰে—এয়া কেতিয়াও হ'ব নোৱাৰে।

# সাতাইশ

চাইটত কণমইনা শইকীয়া নাই। তাইৰ হেনো গিৰিয়েকৰ খুব অসুখ। সোমবাবুৰ পৰা পঞ্চাশ টকা ধাৰ লৈ তাই ঘৰলৈ গৈছে। গোটেই কৰ্ম্মক্ষেত্ৰত এতিয়া মাথো সেউতী দাসক লৈয়েই বিপদ। ইতিমধ্যে তাইৰ মাক ঢুকাইছে। আগৰদৰে ত্যাগৰাজনৰ দৰে অভিভাবকো নাই তাইৰ দুবছৰীয়া কেছুৱাটোৰে সৈতে ৰক্ষা কৰিব। কালৰাতিৰ হাতছানিতো দিন-ৰাতি আছেই। কিন্তু তাই যাব কেনি ? মাকৰ ঘৰ বুলিবলৈকো শেষ। আৰু গিৰিয়েক ? সিটো আন এজনীক লৈ তাইক এৰিয়েই দিছে। এক মহা অনিশ্চয়তাৰ মাজত এতিয়া তাই শিল ভাঙি গৈছে। কেছুৱাটো কেতিয়াবা তাই লগতে আনে অথবা ওচৰৰ জুপৰীৰ পামেলা বা বলবাহাদুৰৰ পৰিয়ালৰ লগত ৰাখি আহে। চাইটত ইতিমধ্যে পোৱালিৰে সৈতে এজনী নাহৰ ফুঁটুকী বাঘ ওলাইছে। বাঘজনীয়ে মানুহ নাখালেও কেইবাটাও কুকুৰ মাৰি শেষ কৰিছে। গতিকে ভোকাতুৰ বাঘ যে খাদ্য নাপালে মানুহলৈকো চোঁচা লোৱাৰ তাৰ ইয়ত্তা নাই।

সেউতীৰ পিচে আচল বাঘতকৈ মানুহ বাঘলৈহে ভয় বেছি। গোটেই ৰাতি তাই কেছুৱাটো বুকুত সাৱতি ভগৱানৰ নাম জপ কৰি কটাই দিয়ে। কিযে হ'ল তাইৰ মানুহটোৰ ? তাক নিশ্চয় কোনোবাই আহুদি কৰিলে। নহ'লে পানীত গা ধুবলৈ গৈ কৰকবকাই থকা সেউতীক সবল হাতেৰে উদ্ধাৰ কৰি একেবাৰে নিজৰ কৰি লোৱা এই মানুহটোৱেনো বাৰু কেছুৱাটোৰ জন্মৰ দুমাহ পিছতে তাইক এৰি আন এজনীক ঘৰ খুমুৱাবহি লাগেনে ? তাই ইমানতো কৈছিল যে, কেছুৱাটো লৈ তাই সিহঁতৰ চাকৰণী হৈ ইয়াতে পৰি থাকিব। কিন্তু যি দুখন সবল হাতৰ কাৰণে তাই মৰাৰ পৰা বাচিল সেই সবল হাত দুখনৰ অত্যাচাৰতেই এদিন তাই গিৰিয়েকৰ ঘৰৰ পৰা পলাই আহি মাকৰ ঘৰ পালেহি। মাকৰে কটকিন অৱস্থা। দিন

ভিক্ষা প্ৰাণ ৰক্ষা। নিজৰে খাবৰ নাই, আকৌ ক'ত দুটা প্ৰাণী পুহিব? সেয়ে এদিন দুয়ো কেছুৱাৰে সৈতে এই শিলৰ কুৰেৰী ওলালহি।

তাৰ পিছত শিলৰ বুকুৰ বুকুত কৈঁছা তেজ দি সিহঁত জীয়াই থাকিল। এতিয়া তাইৰ প্ৰায় নিৰুপায় অৱস্থা।

কণমইনাৰ কথা অৱশ্যে বেলেগ।

তাই তাইৰ সকলোখিনি দিও তাইৰ মানুহটোক জীয়াই ৰাখিব বিচাৰিছিল। তাইৰ সকলো গৈছে—কুৰেঁৰীত তাই এজনী বেয়া তিৰোতা। মানুহৰ সেউতীৰ প্ৰতি যিমান অনুকম্পা—তাইৰ প্ৰতি তাৰ অকনো নাই। তাই আহিলে সকলোৱে এক ভয় আৰু অশ্বস্তিৰ দৃষ্টিৰে চায়—কিমান সোনোকালে তাই আঁতৰি যায়। সেয়ে আজি তিনিদিন চাইটত কণমইনা নাই। কোনেও এটা তাইৰ বিষয়ে কথাও কোৱা নাই। আৰু যদি কোনোদিন তাই ইয়ালৈ নাহেও তথাপি কোনেও তাইৰ কথা নাভাবিব।

কিন্তু কেইদিন পিছতে এখন শুকান মুখ, জপৰা চুলি আৰু উকা কপাল লৈ কণমইনা চাইটত উপস্থিত হ'লহি—হাতত তাইৰ এখন সৰু কঠ। তাই প্ৰথম হৰিশৰ তালৈকে গ'ল। কঠখন পাৰি তাই পিৰালীত বহিল।

'কি হ'ল তোৰ?' কণমইনা তাৰ ঘৰলৈ অহা সি ভাল নাপালে। কিন্তু তাইৰ অৱস্থা দেখি সি থমকি ৰ'ল। কণমইনা ঠিয় হ'ল আৰু এক সঙ্কোচ আৰু বেদনাৰ চাৱনিৰে তালৈ চাই ক'লে—

'মানুহটো গ'ল চাৰ। ৰাখিব নোৱাৰিলো।' চকুত তাইৰ চকুপানী। এক কৌতূহলপূৰ্ণ দৃষ্টি লৈ সি অলপ আগবাঢ়ি আহি শুধিলে।

'কচোন বাৰু কি হৈছিল?'

'কি আৰু হ'ব? আগৰ বেমাৰটো চৰি গ'ল। সপ্তাহৰ পেমেণ্ট লৈ গৈ পাওঁগে যে একো ক'বই নোৱাৰা হৈছে। কিনো আৰু কৰিম দেউতা? তাক বচাবলৈ নকৰা কম সকলো কৰিলো। সি নাথাকিল।

'কাম কাজ কেতিয়া পাতিছ ?'

'অহা শুকুৰবাৰে।'

'বহ'—সি ভিতৰ সোমাই গ'ল মানিবেগটোৰ পৰা টকা দহটা উলিয়াই সি ওলাই আহিল।

'নে' –

কণমইনাই হাতপাতি টকা কেইটা ল'লে।

'ভাল দেউতা— এতিয়া উঠো'।

'বহ' চাহ একাপ খাই যা।'

'নালাগে দেউতা। আৰু কেইঘৰমান ঘূৰিম।'

'কাম কাজ খেদাই কি কৰিবি ?'

'কিনো আৰু কৰিম ? তাকো শিলকে ভাঙিব লাগিব। খাবলৈ লাগিবই।'

হৰিয়ে আৰু বাধা নিদিলে। সেৱা জনাই কণমইনা ওলাই গ'ল। বাহিৰৰ জপনাখন পাৰ হোৱালৈকে সি কণমইনাক চালে। মানুহজনী বাৰু কি ?

আজি দুবছৰ ধৰি এই মানুহজনীক সি লগ পালে। নিজে বিচাৰ নকৰিলেও কুৱেৰীৰ বহুত কথাই তাৰ কাণত পৰেহি— কণমইনাৰ কথাও। সেইদিন ধৰি তাইৰ প্ৰতি সি এটা ঘৃণাৰ ভাৱ পোষণ কৰি আহিছে। কিন্তু আজি তাৰ চোতালত টকা কপালখনেৰে তাইক দেখি তাৰ তাইৰ প্ৰতি এটা সহজাত অনুকম্পা হ'ল। তাইতো এই পথত ননমাকৈও গিৰিয়েকক চাব পাৰিলেহেঁতেন ? আনহাতে আকৌ তাইৰ যথা সৰ্ব্বস্ব দিও তাই গিৰিয়েকক বচাই ৰাখিব খুজিছিল— নোৱাৰিলে।

ইতিমধ্যে কণমইনা কুৱেৰীৰ জনসমাজত মিলি গৈছে। তাই সম্ভৱ আজি ইয়াতে থাকিব। কণমইনাৰ এতিয়া য'তে ৰাতি ত'তে কাটি—কিহৰ কাৰণে তাই আকৌ ঘৰ বিচাৰি যাব ? তাইৰ জীৱন এতিয়া শূন্য।

সিপিনৰ পৰা বলবাহাদুৰ হাতত চাবোল আৰু দুফুঁটা বাৰুদৰ বাণ্ডিলটো লৈ গান গাই গাই ঘৰলৈ উভতিছে।

"জিন্দেগীমা কইলে কইলে অন্তপুনি হোন্দৈবচ,
কচৈলাই মায়া গৰ্ণে অন্তপ ভুল কৰৈ মৈলে
যস্লাই আফ্লো মো চমঝাউনথে,
ওই বিবাণো ভযো অইলে
কচৈলাই .... ....
মেৰ মায়া কুল্‌চি জানে, তিম্রো মায়া ফলোচ ফুলোচ
মেৰ আশা মাৰি জানে, তিম্রো আশা চদৈ পুগু চ
উদাম আখা মেৰ পনি স্বপ্না দেখুন কইলে কইলে।"

জীৱনত কেতিয়াবা এনেকুৱাও হয়,
কাৰোবাক মৰম দি ভুল কৰিছিলো মই।
—যাক নিজৰ বুলি ভাবিছিলো সিয়েই এতিয়া পৰহৈ গ'ল।
মোৰ মৰমক গচকি যোৱা, তোমাৰ মৰম সুশোভিত হৈ থাকক।
মোৰ ইচ্ছা মৰি যাওঁক, তোমাৰ ইচ্ছা ফুলি উঠক,
মোৰ উদাস চকু যেইটাই মাথো কেতিয়াবা সপোন দেখক।
কণমইনাই কি সঁচাকৈয়ে ভুল কৰিছিল?

## আঠাইশ

মোহন জয়চাৰিয়া আকৌ ওলালহি।

কুৰেৰীৰ কাম প্ৰায় শেষ হৈছে। প্ৰায়বোৰ মানুহ কাম বিচাৰি আন আন কুৰেৰীলৈ গৈছেগৈ। এয়াতো আৰু চৰকাৰী চাকৰি নহয় যে কাম নকৰিলেও দৰমহা দিব। হাতুৰি বন্ধ চকুও বন্ধ। শিল আৰু জীৱন—এয়া লৈয়েই জীৱনৰ ইয়াত লীলাখেলা। ভাগৰুৱা পথিকে শিলৰ বুকুত নিজৰ তেজ ঢালি শিল ভঙা জুপৰীত

শেষ নিশ্বাস এৰিছে - লগৰবোৰৰ ৰ'বৰ সময় নাই। সৌ সিদিনা বুঢ়া শ্যামসুন্দৰক বেমাৰে পালে। কাম কৰিব নোৱাৰা হ'ল— অসহ্য পেটৰ বিষ। সোমবাবুহঁতে মিলি বুঢ়াক জিলাৰ হস্পিটেললৈ লৈ গ'ল। ডাক্তৰে চাই মেলি ডিক্লেয়াৰ কৰিলে—কেন্সাৰ। সোনকালে মেডিকেল কলেজলৈ নিব লাগে। কিন্তু নিয়ে কোনে? কেইদিনমান ডাক্তৰখানাত কটাই শ্যামসুন্দৰ আকৌ জুপুৰীলৈ উভতি আহিল। সিও গম পাইছিল তাৰ মৃত্যু সন্নিকট। তাৰ এতিয়া দুটা ইচ্ছা—পুৰীলৈ গৈ প্ৰভু জগন্নাথৰ চৰণত সি দেহ ৰক্ষা কৰিব বিচাৰে। দ্বিতীয়, সি যদি এবাৰ নাতিয়েকক দেখা পায়? সি যদি আৰু কেইদিনমান বাচিব পাৰে?

কিন্তু যি বেমাৰে তাক ধৰিছে তাৰ পৰা উদ্ধাৰ ক'ত? এদিন কেঁকাই-কেকাঁই সি নিমাত হৈ গ'ল। কুৰেৰীৰ বনুৱাবোৰে তাৰ শুকান দেহাটো জ্বলাই দিলে। তাৰ সম্পত্তিৰ ভিতৰত আছিল কেইখনমান ফটাচিটা কাপোৰ আৰু কেইটামান টকা। তাৰে মাহ-প্ৰসাদ আনি সংকীৰ্ত্তন পতা হ'ল।

বিহাৰী বনুৱাৰ দলটোৱে গালে—

কৰনাম গৰুৰী, এক দিন জানা হোয় জৰুজী
ঝুট কপটসে মাল বিটোৰটাৰ
ভৰতাৰ মমতাকে ঝোৰী
সত্য কমাই ৰাম নাম তজি কে
কৰতাৰ পাপ কে মজুৰী
সঙ্গ ন জাইয়ে মাল খাজানা
মাতু পিতা সুত তোৰী।
না সঙ্গ জাইহে সুন্দৰ দেহিয়া
তিৰীয়া ভি দিহে নাতা তুড়ী।

ঠিক এই সময়তে ভজনৰ দলটোৰ ওপৰত মোহনৰ গাড়ীৰ লাইট পৰিল। কেকুৰীটো ঘূৰোতে হেডলাইটে গোটেই পথাৰ খন

ধুই গ'ল। তাৰ পিছত কেম্পৰ আগত মোহনৰ গাড়ী ৰ'লহি। ভজন তেতিয়া চৰমত উঠিছে।

সুন্দৰ ৰূপ ভুজা বলবানৱা,
দেখী দেখী কৰেল গুমনৱা।
অন্ত সময় কাম ন আইহে
ভুজ লেখা সব দিহে থুৰী।

অলপ পিছত দলে বলে মোহনো আহি ভজনত বহিলহি।

: নেমস্কাৰ দাসবাবু— ভালে আছে?

: চলিছে। বহুদিন পিছত আহিল।

: নক'ব—কামৰ কাৰ্ণে উলাবই নোৱাৰু। তথাপি এই কামত— নাহিলেওতো নহয়।

: ভাল কৰিলে।

মোহনৰ পিছে এইবাৰৰ লগবোৰ দেখি হাৰণ চিন্তিত হ'ল অৱশ্যে এনেয়েও মোহনৰ লগবোৰ তেনে ধৰণৰেই। কাৰণ যিবোৰ কাম সি কৰি ফুৰে তাত মিত্ৰতকৈ সি শত্ৰুহে বেছি সৃষ্টি কৰে। সেইকাৰণে সি তাৰ প্ৰতিৰক্ষা মজবুট ৰাখিবই লাগিব।

এসময়ত ভজন শেষ হ'ল। প্ৰসাদ বিলোৱা আৰম্ভ হ'ল। মোহনৰ দলে প্ৰসাদ লৈ যাবলৈ উঠিল। কিন্তু প্ৰত্যেকজনেই সোমৰসৰ প্ৰভাৱত ইমান আপ্লুত হৈ আছিল যে ভগৱানৰ প্ৰসাদে সম্ভৱ তাক একো প্ৰভাৱ পেলাব নোৱাৰিলে। প্ৰসাদ লৈ হৰিশো ঘৰলৈ আগবাঢ়িল।

ভাত পানী খাই সি শেতেলী ল'লে। দিনটোৰ ভাগৰত সোনকালেই সি টোপনি গ'ল।

— আকৌ পুতলী? লাই যেন আগতকৈ উজ্জল আৰু ধুনীয়াজনী হৈ পৰিছে। এখন মনোৰম ফুলনিত তাই পিন্ধিছে এজোৰ শুধ্ৰগা সাজ।

তালৈ চাই তাই মিচিকিয়াই হাঁহি দিলে।

'আহা, আগবাঢ়ি আহা।'

'মইয়ে যাব নোৱাৰো। ইমান ওপৰত।'

'চেষ্টা কৰা। বতাহৰ লগত উৰি আহা। চোৱা, মই কেনেকৈ আহিছো।' —উশাহতে তাইৰ ভৰি দুখন আকাশলৈ উৰি গ'ল। ধীৰ মলয়াৰ সোঁতত তাই তাৰ পিনে আগবাঢ়ি আহিল।

'পুতলী।'

'কোৱা।'

'ইমান দূৰত কিয়? ওচৰলৈ আহা।'

'মইয়ে নোৱাৰো।'

'কিমান দিন হ'ল তুমি মোক এৰি গৈছা। কিন্তু বাৰে বাৰে আহি— '

'এয়া দেখিছা'—পুতলীয়ে হাত দুখন উদঙাই দেখুৱালে। তাইৰ গোটেই দেহাটো কিছুমান ফুলৰ মালাৰে বন্ধা।

'সেয়া কি?'

'তোমাৰ মৰম। তুমি মোক কিয় শাস্তি দিচা?' ক'ৰবাৰপৰা যেন বৈৰাগ্য কৰুণ সুৰ বেহেলাত ভাঁহি আহিল। সুৰে সুৰে উদভ্ৰান্ত হৈ গ'ল পুতলী। সতীৰ দেহত্যাগত খঙে ৰাগে অস্থিৰ ভোলানাথৰ বেদনা ফুটি উঠিল পুতলীৰ মুখত।

'মই কি কৰিম পুতলী? কোৱা কি কৰিলে তুমি শান্তি পাবা?'

'একো নালাগে, একো নালাগে কৰিব'—উদভ্ৰান্ত পুতলীৰ দেহৰ পৰা এক অপূৰ্ব জ্যোতি বাহিৰ হ'বলৈ ধৰিলে—'মাথো মোক পাহৰি যোৱা। তোমাৰ অনুভূতিয়ে মোক বৰ কষ্ট দিয়ে জানা! কোৱা তুমি পাৰিবা?'

'পুতলী? পুতলী?'

পুতলীৰ সেইপিনে ভ্ৰূক্ষেপ নাই। তাইৰ দেহাত এক চকু ছাট মৰা পোহৰ। বেহেলাৰ সুৰ তীব্ৰ হৈ উঠিছে। সেই তীব্ৰতাত পুতলীয়ে তাইৰ দেহাবন্ধন বিলাক আঁজুৰি-পিজুৰি ছিঙিবলৈ চেষ্টা কৰিছে।

: জী চাহাব—বলবাহাদুৰে ক'লে: —লেকিন ক্যাহাসে এক আদমী আয়া? চবকো লাঠিচে একদম ঘায়েল। চমুচা ক্লেট।

: ব'ল বাক।

ইতিমধ্যে সকলোৱে সাৰ পাইছে। সকলোবোৰ মোহনৰ কেম্পৰ পিনে আগবাঢ়িছে। মোহন আৰু লগৰ কেইবাজনো পিচে গাড়ী লৈ পলাল। মাথোঁ ঠেং লেঙেৰা হোৱাত একজন তাতে কেকাঁই কেকাঁই পৰি আছে। ৰাইজৰ সকলো খং এতিয়া তাৰ ওপৰত। মাথোঁ চিঞৰি চিঞৰি শইকীয়াই সকলোকে শান্ত কৰিব বিচাৰিছে।

: ষ্টপ, ষ্টপ—আৰ্চন কম্বাইন উইথ থ্ৰি ফিফটি ওৱান এটেম্‌টিং টু মাৰ্ডাৰ। গ' হ'ম অৰ গ' টু জেইল।

ৰাইজ কিন্তু শান্ত হোৱা নাই। সিহঁতে প্ৰতিশোধ বিচাৰে চৰম প্ৰতিশোধ। হৰিশ গৈ পালত ৰাইজ অলপ শান্ত হ'ল। সি গৈ পালেগৈ সেউতীক এক অদ্ভুত পৰিবেশত। এটা সবল সুঠাম মানুহে তাইক এহাতেৰে সাৱতি ধৰিছে আৰু আনহাতত পৰ লাঠি এডাল। সেউতী খং, ক্ষোভ আৰু অপমানত ফোঁপাই ফোঁপাই কান্দিছে।

'কি হ'ল শইকীয়া?'

'নক'ৰ চাৰ—লাভ, চেপাৰেচন, ডেন এগেইন লাভ!'

'তাৰ মানে?'

'মানে ভেৰি ইজি চাৰ। এয়া সেউতীৰ গিৰিয়েক।'

'সঁচা?'

'নমস্কাৰ চাৰ'—মানুহজনে হাতৰ লাঠি পেলাই দিলে— 'মই তাইক নিবলৈ আহি দেখোঁ এই কাণ্ড।' —সি পৰি থকা মানুহটোৰ ওচৰ চাপিল। সেউতীৰ গিৰিয়েকৰ কোবত তাৰ ভৰি এখন ভাঙি গৈছে! সি ভৰিখন ধৰি কেকাঁই আছিল, মোহনৰ ট্ৰাকত তাক জিলাৰ হস্পিটেললৈ নিয়াৰ ব্যৱস্থা কৰি সি সেউতী, পানীৰাম আৰু শইকীয়াক লৈ তাৰ কোৱাৰ্টাৰলৈ আগবাঢ়িল। মানুহবোৰো তাৰ কথাত দিহাদিহি গ'লগৈ। কিন্তু সিহঁতৰ খং যেন তেতিয়াও মাৰ যোৱা নাই।

বাটত তাৰ বহুত চিন্তা মগজুত সোমালে। মোহনে নিশ্চয় এইবাৰ চুপ হৈ নাথাকিব। সেউতীৰ জীৱনলৈ পূৰ্ণিমা আহিল কিন্তু

লগত লৈ আহিল পূৰ্ণগ্ৰাস চন্দ্ৰগ্ৰহণ। এই মানুহবোৰ তাৰ বৰ আপোন। কাইলৈ পুলিছ আহিব—সিহঁতক বান্ধি নিব, বিশেষকৈ পানীৰামক। কিযে হ'ব?

পিছদিনাই সি জিলালৈ গৈ জয়চাৰিয়াবাবুক লগ ধৰিব। অন্ততঃ ঝামেলাটো বেছি ঘোৰাৰ আগতে শেষ কৰিবলৈ সি চেষ্টা কৰিব।

তেতিয়া মাজনিশা পাৰ হৈ উষাৰ পোহৰ পূৱৰ আকাশত অলপ অলপ বিৰিঙিছে। পানীৰাম আগদিনা নিশাই আহিছে হেনো! সি সেউতীৰ ওচৰলৈকো গৈছিল। কিন্তু সেউতীয়েই তাক ঘূৰাই পঠিয়াইছিল। নিৰাশ হৈ সি শইকীয়াৰ ওচৰ চাপিছিল। শইকীয়াই তাক সেইৰাতি তেওঁৰ ঘৰতে থাকিবলৈ দিছিল। ভাবিলে, ৰাতিপুৱা সকলোকে গোটাই কিবা এটা মীমাংশা কৰিব। কিন্তু ৰাতি হ'ল এই কাণ্ড? মোহনৰ মানুহে মনে মনে গৈ সেউতীৰ ঘৰত সোমাই তাইৰ মুখত কাপোৰ বান্ধি মোহনৰ কেম্পৰ পিনে ডাঙি আনি আছিল। সেই সময়ত পানীৰাম বাহিৰলৈ ওলাইছিল— সেউতীৰ অস্ফুট চিঞৰ শুনি সি হাতৰ ওচৰত যি পালে তাকে লৈ ক্ৰুদ্ধ বাঘিনীৰ দৰে মোহনৰ মানুহবোৰৰ ওপৰত জপিয়াই পৰিল। তাৰ বলিষ্ঠ হাতৰ কোবত গোটেই কেইটা উফৰি পৰিল। মাথো পৰি ৰ'ল সেই মানুহটো। কথা বেগতিক দেখি গাড়ী লৈ মোহন তেতিয়াই পলাল।

'পানীৰাম'—শইকীয়াই ক'লে।

'দেউতা। কি কৰিম দেউতা, সকলো ভাগ্য।'

'কৰ এতিয়া, আমাৰ চাহাবক চেলুট কৰ। ব'ঠ অৰ ইউ।

'ইউৰ চেউতী ইজ এ ভেৰি গুড গাৰ্ল— বহুৎ আচ্ছা লৰকী। তই এনে হেন ছোৱালীক ইমান কষ্ট দিলি?'

পানীৰাম আগবাঢ়ি আহিল। সেউতীয়ে এই প্ৰথমবাৰৰ কাৰণে মূৰৰ ওৰণিখন টানি ল'লে।

'নালাগে— হ'ব হ'ব।' সি বাধা দিবলৈ চেষ্টা কৰাৰ আগতেই মানুহজন তাৰ ভৰিত দীঘল দি পৰিল।

'এ হৈছে'—শইকীয়াই ক'লে: অল ইজ গুড হুৱেন এইণ্ড ইজ গুড। মা এতিয়া ঘৰলৈ গ' হ'ম।

কোনোবা এজনে ইতিমধ্যে কান্দি কান্দি সাৰ পোৱা ডুবছৰীয়া কেচুৱাটোক সেইখিনিলৈ আহিছে। সেউতীয়ে তাক ল'বলৈ যোৱাৰ আগতেই পানীৰামেই তাক সাৱটি ল'লে। যদিও বা সি তাৰ বাপেকৰ কোলালৈ যাবলৈ আপত্তি কৰিছিল তথাপি পানীৰামৰ মৰমৰ পৰশত সি শান্ত হ'ল।

ৰাতি আৰু বেছি নাই। সেউতীহঁত এতিয়া নিজৰ পঁজালৈ আগবাঢ়িছে।

আধা এন্ধাৰ আধা পোহৰৰ মাজেৰেই আকৌ আৰম্ভ হওঁক সিহঁতৰ যুগ্ম জীৱন। সি বাহিৰলৈ ওলাই চালে। উষাৰ হেঙুলী আভা পাহাৰটোৰ সিপাৰে দেখা দিছেহি। পানীৰাম-সেউতীৰ জীৱনত আহক এনে হেজাৰ-বিজাৰ উষা। আজিৰ এই ক্ষণটোত পানীৰামৰ সুঠাম বুকুত হেৰাই যাওক সেউতী বোলা সোণ বৰণীয়া, সোণৰ টুকুৰা— সাধ্বী সতী সেই ছোৱালীজনী।

## ঊনত্রিশ

শইকীয়াৰ পৰা শুনিলে সি ঘটনাৰ বাকী অংশটো।

'বুইছে চাৰ।- ঘটনা বৰ পেঁচেটিক।'

'কণ্ঠকচোন।'

'আচলতে ডি গাৰ্ল ইজ গুড। অনলি ডি হাচবেণ্ড উইকেড।'

'সেইটোতো মই আগতেই কৈছো। ইমান এটা মানুহ থাকোতে এই ছোৱালীজনীয়ে ইমান কষ্ট পাব লাগেনে?'

'আই ৱাণ্টেড টু কিক হিম এট্ ডি বেক। নটৰিয়াচ স্কাউণ্ড্ৰেল।'

শইকীয়াই আৰম্ভ কৰিলে সেউতীৰ কাহিনী। বিধৱা মাকৰ একমাত্র জীয়েক সেউতীক পানীৰামে আনিছিল এখন সুখৰ সংসাৰ

গঢ়িবলৈ। সেই পানীৰামেই এদিন তাইক এৰি দিলে। পানীৰামৰ বেয়া অভ্যাসটোৱেই এদিন তালৈ বিপদ মাতি আনিলে। ডাঙৰ নিচাত সি আৰু এটা ভুল কৰি পেলালে। পিয়ননীৰ ভনীয়েক মালতীৰ, বিয়া হোৱা নাছিল মুখত বসন্তৰ ডাগ থকাৰ কাৰণে। মালতীক লৈ পিয়ন পিয়ননীও সমস্যাত আছিল।

এনে অৱস্থাত পানীৰামক পাই পিয়ননীয়ে মালতীক পানীৰামৰ লগত লগাই দিলে। ডাঙৰ নিচাত পানীৰামে সকলো পাহৰি গ'ল সেয়ে এদিন সকলোকে আচৰিত কৰি কাপোৰ কানিৰ টোপোলা এটালৈ মালতী পানীৰামৰ ঘৰ সোমালহি। পানীৰাম বান্ধ খালে।

সেউতীয়ে প্ৰথমতে বিদ্ৰোহ কৰিছিল যদিও পিছলৈ সকলো সহ্য কৰিবলৈ তাই প্ৰস্তুত আছিল। কিন্তু পিয়ন, পিয়ননী আৰু মালতীয়ে সেইটো হ'বলৈ নিদিলে। গোটেই ঘৰখনৰ অত্যাচাৰত এদিন সেউতী গাত ছমহীয়া লেঠা লৈয়েই মাকৰ ঘৰ ওলালহি।

মাকৰো কটকিনা অৱস্থা। নিজৰে নচলে। তথাপি জীয়েকক এই অৱস্থাত খুজি মাগি কেইমাহমান চলালে শেষত যেতিয়া চলিবলৈ টান হ'লগৈ তেতিয়া গাৱঁৰে কণমইনা শইকীয়াই সিহঁতক এই বুদ্ধিটো দিলে। কুৱেৰীত শিল ভাঙিব লাগিব—বাকচে প্ৰতি চাৰি টকাকৈ পাব। সেয়ে এদিন মাকক লৈ সিহঁত এই আচহুৱা পৰিবেশলৈ আঁতৰি আহিল। প্ৰথমে প্ৰথমে শিল ভঙাত যদিও সিহঁতৰ কষ্ট হৈছিল তথাপি কুৱেৰীৰ সমাজখনে এই দুঃস্থ পৰিয়াটোক সাবতি ললে। সেউতীৰ সন্তান হ'বৰ সময়ত মাদ্ৰাজী ত্যাগৰাজনৰ ঘৈণীয়েক, বীৰ বাহাদুৰৰ ঘৈণীয়েক এই সকলোবোৰেই লাগি ভাগি সহায় কৰি দিলে. তাৰ পিছত ঘটনা আৰু আউল লগা।

সেউতীৰ কেছুৱা ডাঙৰ হ'ল। ত্যাগৰাজনৰ পৰিয়াল আঁতৰি গৈছে। বীৰবাহাদুৰে মৃত্যুক সাৱতি লৈছে। গজিনুৰ চকু গৈছে—ক'লা ডাৱৰৰ বিভীষিকাৰ দৰে চাইটত মোহন জয়চাৰিয়াৰ আৱিৰ্ভাব

হৈছে। কিন্তু সেউতী বৈ গৈছে জুয়ে পোৰা সোণৰ নিচিনা উজ্জ্বল হৈ। কণমইনা কিন্তু উটি গৈছে।

এদিন সেই কৰ্মক্ষেত্ৰতে সেউতীৰ মাক এধানি বুঢ়ীৰো মৃত্যু ঘটিছে। সেউতী আৰু অকলশৰীয়া হৈ পৰিছে। দুখ, ক্ষোভ, আৰু খণ্ডত বিনিদ্ৰ ৰজনী তাই বুকুত কেঁচুৱাটো সাৱতি উচুপি উচুপি পাৰ কৰি দিছিল। পিছলৈ তাইৰ সকলো সহ্য হৈ গৈছিল। আনকি কালনিশাৰ হাতছানিবোৰো।

মালতী পানীৰামৰ সংসাৰত ইতিমধ্যে বহু পৰিৱৰ্তন হৈছে। মালতীৰো পানীৰামৰ পিনৰ পৰা এটা সন্তানৰ জন্ম হৈছে। টকা খোৱাৰ অপৰাধত মধুপিয়নৰ জেল হৈছে। পিয়ননীও ল'ৰাই ছোৱালীয়ে পানীৰামৰ ডিঙিত ওলমিছেহি। কেঁচুৱা হোৱাৰ পিছত মালতীৰ শৰীৰ ভাঙি পৰিছে। ভীষণ প্ৰসূতি ৰোগত তাই প্ৰায় শেতেলী লৈছে। বেজ ডাক্তৰ একোতে কাম হোৱা নাই। তাই গম পাইছে তাইৰ দিন চমু চাপি আহিছে। সেইকাৰণে এতিয়া তায়েই পানী-ৰামক পঠিয়াইছে সেউতীক আনিবলৈ।

'ভেৰি ষ্ট্ৰেঞ্জ চাৰ'—শইকীয়াই কৈ গ'ল: লাষ্ট নাইট বহি বহি মানুহটোৱে মোক সেইবোৰ কথাকেই কৈ গৈছিল।

'সি অনুতপ্ত নে?

'কমপ্লিট চাৰ কমপ্লিট—একেবাৰে মাইণ্ড ডাউন।'

'যদি সি সেউতীক লৈ আকৌ এটা ওলোটা পৰিবেশত পৰেগৈ? তাতে পিয়ননীৰ পৰিয়ালো তাৰ লগত।'

'এটা কথা কওঁ ছাৰ।'

'কওঁক।'

'হুৱেন এ মেন চিজ ট্ৰু'থ—তাৰ পিছত নাথিং ফলচ ষ্লিপচ হিম। ট্ৰুথৰ পোহৰ লাইক লাইটনিং—বিজুলীৰ চমকনিৰ দৰে। ইয়াৰ আগত হেজাৰ ফলচৰ জোনাকীৰ পোহৰে কি পাওঁ পাব?'

'সি জানো সত্যটো দেখিছে?'

'আলৰৎ দেখিছে। নহ'লে ইমান এজাক গুণ্ডাক সি অকলে কেনেকৈ পাৰিলে?'

পানীৰাম আৰু সেউতী ইতিমধ্যে ওলাই আহিছে। সেউতীৰ সম্পত্তি এটা সৰু টিনৰ চুটকেছ আৰু এটা সৰু টোপোলা লগতে এখন সৰু বিচনা। পিছে পিছে এজাক মানুহ। আজি সিহঁতৰ মাজৰ পৰা এজনী মানুহ আঁতৰি যাব। তিৰোতাজাকৰ চকুত চকুপানী—সেউতীৰো। ইমানদিন গিৰিয়েকৰ মৰমৰ পৰা বঞ্চিত হৈও এই সমাজখনত তাই মৰম বিচাৰি পাইছিল। সিহঁতক দেখি হৰিশৰ কুলী চৰ্দাৰ জানকীৰামৰ এষাৰ কথালৈ মনত পৰি গৈছিল। : চাৰ জিন্দেগীত বহুত বেয়া কাম কৰিলো—বহুৎ বেয়া মাইকীৰ লগত বহুত বেয়া কাম। ইসমে ভগৱান ভি দোষ নেই লেটা। লেকিন সাচ্ছা লড়কী আগকী মাফিক। বুহ আপনেভি জলতা দুসৰা কোভি জলাতা।

সেউতীও আছিল একুৰা জুই। তাই এই কৰ্মক্ষেত্ৰত জ্বলি আছিল একুৰা জুইৰ দৰে। আজিৰপৰা ইয়াত তাইৰ পোহৰ হেৰাই যাব।

ভাবি চিন্তি থাকোতেই দলটো আহি তাৰ চোতালত ওলালহি।

'চাৰ, ওলালো আৰু'—পানীৰামে সেৱা জনাই ক'লে।

তাক দেখি সেউতীয়ে উচুপিব ধৰিলে।

'ন' টিয়াৰ্চ, ন' টিয়াৰ্চ—শইকীয়াই দোহাৰিলে : গ' লাফিং লাইক লাফিং এনজেল।

কিন্তু এয়া যেন বিৰাট আয়োজন। এখন ঘৰৰ পৰা এজনী ছোৱালী উলিয়াই দিলে যি আয়োজন তাতকৈও বেছি। সি কিবা কোৱাৰ আগতে সেউতীয়ে তাৰ ভৰি চুই সেৱা জনালে—লগতে পানীৰামেও। এটা গভীৰ অনুভূতিয়ে তাক জোকাৰি পেলালে। শইকীয়াই মাত লগালে।

'ন' কোৱাৰেলিং এগেইন। কোৱাৰেলিং ব্ৰিংছ নাথিং—অ'নলি মিজাৰি।'

সেউতী আৰু পানীৰাম যাবলৈ ঠিয় হ'ল।

'ৰ'ৰি'—সি ঘৰৰ ভিতৰ সোমাল। তাৰ পিছত ভিতৰৰ পৰা দহ টকীয়া নোট এখন আনি সেউতীৰ হাতত গুজি এইটো আশীৰ্বাদ বুলি ধৰি লবি।

পানীৰাম আৰু সেউতীয়ে আপত্তি তুলিছিল। কিন্তু শইকীয়াই সিহঁতৰ মুখ বন্ধ কৰি নিজৰ জেপৰ পৰা আৰু পাঁচ টকাৰ নোট এখন উলিয়াই সেউতীৰ হাতত দি ক'লে: এগু ডিজ ইজ ফ্ৰম ইঅ'ৰ পুৱৰ মহৰীবাবু। ৰাখি থ।

অলপ সময় অবাক হৈ সিহঁত দুয়ো শইকীয়া আৰু হৰিশলৈ চাই ৰ'ল। তাৰ পিছত এটা কৃতজ্ঞতাৰ চাহনি লৈ সিহঁতে নওলালৈ খোজ ল'লে।

সি চাই ৰ'ল গৈ থকা জনতালৈ। স্বামীৰ কল্যানৰ বাবে শিৱৰ মূৰত ইমানদিনে গাখীৰ ঢলা সেউতীৰ প্ৰাৰ্থনা বিফল হোৱা নাই।

## ত্ৰিশ

যৱনিকা পতনৰ মুখত।

সি আৰু বেছি দিন ইয়াত নাথাকে। কাম প্ৰায় শেষ হৈ আহিছে। চাইটৰ বনুৱাবোৰ ভাল কাম লৈ লৈ বেলেগ বেলেগ কৰ্মক্ষেত্ৰলৈ গৈছে। জানকীৰামৰ দলটোৱে মাটি কটা কাম লৈছে। মহেন্দ্ৰ কলিতাহঁত গাঁৱলৈ খেতিত লাগিবলৈ গৈছে। আৰু কাম ওলালে খৰালি শিল ভাঙিবহি। মোহন জয়চাৰিয়াই কোনো কেছ-তেজ খেলাৰ নাম লোৱা নাই। সি মূলতে এজন ব্যৱসায়ী। সি যিমানেই যি নকৰক এই বনুৱাজাকে শিল ভাঙি নিদিলে সি নিজে শিল ভাঙিব নোৱাৰে। গতিকে সি কোনোমতেই বনুৱাজাকক

উচতাই ল'ব নোৱাৰে। আহত তাৰ বন্ধুকেইজনক উপযুক্ত ক্ষতি পূৰণ দিলেই হ'ল। আৰু সময়ে সকলো পাতল কৰিব—সেই মুহূৰ্তলৈ সি ধৈৰ্য্যৰে বাট চালেই হ'ল।

হৰিশৰ মূৰত কিন্তু এতিয়া আন বেলেগ চিন্তাহে। সোণালীয়ে সেইদিনা কোৱাৰ পিছৰে পৰা এক বিৰাট অন্তৰ্দ্বন্দ্বত সি ভুগিছে। অৱশেষত সি ঠিক কৰিছে—সোণালীক সি পাবই লাগিব। তাইৰ জন্মৰ কাৰণে তাইতো দায়ী নহয়? তদুপৰি যিজনী ছোৱালীয়ে নিজৰ কলঙ্কিত জীৱনৰ কথা ইমান অকপটে প্ৰকাশ কৰিব পাৰে তাই নিশ্চয় এজনী অতি সাধু ছোৱালী। মানুহে শৰীৰৰ ময়লা সোনকালেই ধুই পেলাব পাৰে। কিন্তু মনৰ ময়লাহে দূৰ কৰা টান। সোণালীৰ যেতিয়া এটা নিকা মন আছে—তাৰ কাৰণে সেয়েই যথেষ্ট। বহুত ঘাত প্ৰতিঘাটৰ পিছত তাৰ জীৱন ডিঙা এটাৰ পাৰত আহি উপস্থিত হৈছেহি। এইবাৰ আৰু নহ'ব। সোণালী মাষ্ট কাম টু হিম—তাইক সি একেবাৰে নিজৰ কৰি ল'ব।

শইকীয়াক লগত লৈ সি ওলাল বাতুং গাওঁ বুলি। ঠিক কৰিছে সোণালীৰ তাতে সি ভাত-পানী খাই জিবাই-সতাই তললৈ নামিব। লগতে প্ৰকাশ কৰিব তাৰ পৰিকল্পনাৰ কথা।

দুপৰীয়া একমান বজাত দুয়ো বাতুং পালেগৈ। কিন্তু দুয়োকে আচৰিত কৰি সোণালী এইবাৰ ওলাই নাহিল। আহিল মুক্তিনাথ।

'আহক।'

'সোণালী নাই নেকি?'

'কম বাৰু। আগতে অলপ জিবাই লওঁক।'

মুক্তিনাথৰ এই কথাই হৰিশক চিন্তিত কৰি তুলিলে। দুয়ো স্কুলৰ কমন ৰুমলৈ আহি বহিলহি। হৰিশৰ মনত কিন্তু ক্ষণে ক্ষণে সোণালীৰ আগমন। অধীৰ আগ্ৰহেৰে বাট চাই থাকিল। মুক্তিনাথে সিহঁতৰ চাহ-জলপানৰ দিহা কৰিবলৈ বাহিৰলৈ ওলাই গ'ল। কিছু সময় পিছত মুক্তিনাথ আকৌ ওলালহি। সি আকৌ সুধিলে—

'সোণালীৰ কথা নক'লা যে? সোণালী নাই নেকি?' —হৰিশৰ মানসিক অৱস্থা বোধহয় মুক্তিনাথে অনুভৱ কৰিব পাৰিছিল।

'বাইদেউ আজি তিনিদিন হৈছে ইয়াৰ পৰা গৈছেগৈ।'

: কি ক'লা? —সৰগ পৰা মানুহৰ দৰে হৰিশ বহি পৰিল।
: কেনি গৈছে? আহিব কেতিয়া?

আমি একো নাজানো। মাথো আপোনালৈ এইখন চিঠি দি গৈছে। খপা-জপাকৈ হৰিশে চিঠিখন লৈ ল'লে। শইকীয়া আৰু মুক্তিনাথে হৰিশৰ মনৰ অৱস্থা দেখি নিজেই বাহিৰলৈ ওলাই গ'ল। সি খামটো খুলি চিঠিখন পাই গ'ল—

হৰিশ।

মই জানো তুমি মোক বিচাৰি এইখিনি পাবাহি। বৰ বেয়া লাগিছে এই চিঠিখন এৰি যাবলৈ—তাতোকৈ বেয়া লাগিছে তোমাক এৰি যাবলৈ। খুব কষ্টেৰে এইখন লিখিছো। চকুপানীত কলম টিয়াই এয়া তোমালৈ লিখি গৈছো। মই জানো, তুমি মোক ভাল পাইছিলা—গভীৰভাৱে। সেই ভুল ময়ো কৰিছিলো। মোৰ ৰুক্ষ ব্যৱহাৰেৰে মাথো তোমাক মোৰ পৰা আঁতৰাই পঠিয়াবলৈ চেষ্টা কৰিছিলো। কিন্তু তুমি বাৰে বাৰে মোৰ ওচৰ চাপি আহিছিলা। সপোনত তোমাক মই দেখা পাওঁ। দিঠকত তোমাৰ চিন্তাই মোৰ মন ঘেৰি থাকে। উস্, মই কি ভুল কৰিলো? মোৰ আইৰ যি ভুলৰ ফলত মোৰ জন্ম হ'ল—আকৌ জানো সেই ভুল কৰা উচিত আছিল?

এই কেইদিন এক ভীষণ মনোবেদনাত মই ক্ষত-বিক্ষত—সেই বেদনা তুমি নুবুজিবা।

ভাবিছিলো, এই অজ্ঞাত বাসেৰে পাহাৰৰ সহজ সৰল লৰা-ছোৱালী জাকৰ মাজত মোৰ এই ঠেকহীন জীৱনৰ বাকী দিন কেইটা কাটি যাব। কিন্তু এটা ধুমকেতুৰ দৰে তুমি আহি ওলালাহি।

কেলেই তোমাক লগ পালো? কেলেই তুমি আগবাঢ়ি আহিলা? শেষত মোৰ এই কলঙ্কিত জীৱনৰ চৰম সত্যটো তোমাৰ আগত

প্ৰকাশ কৰিও ভাবিছিলো। তুমি আঁতৰি যাবা— নাই নাই, তুমি আৰু ওচৰ চাপিহে আহিলা। কিন্তু মোৰো এটা কৰ্ত্তব্য আছে।

শুনা!

তোমাৰ এখন ঘৰ আছে। এখন সমাজ আছে, এটা মন আছে। আজি এই সত্য গোপন হৈ আছে—কিন্তু এদিন সবলোৱে জানিব। তেনে সত্যৰ প্ৰতি আগ্ৰহশীল ব্যক্তিৰ সমাজত অভাৱ নাই। তদুপৰি যি মাতৃয়ে তোমাৰ নিচিনা সহজ সৰল এটি সন্তানক জন্ম দিছে সেই জননীক ফাঁকি দিয়া মোৰ জানো উচিত হ'ব? সেয়ে মই এইবাৰ আহিছো বহুদূৰলৈ। নিজান এক অনিৰ্দিষ্ট লক্ষ্যলৈ। ক'ৰবাত যদি আকৌ কোনোবা অন্ধকাৰচ্ছন্ন জনসমাজ পাওঁ তাত মোৰ ক্ষুদ্ৰ জোনাকীৰ পোহৰ বিলাবলৈ চেষ্টা কৰিম। তোমাৰ ফটোখন লগত লৈছো—যদিও সি অতি বেদনাদায়ক। তথাপি ই অতি মধুৰ। মোৰ যাত্ৰা পথত তোমাৰ স্মৃতি চিৰন্তন মধুময়—।

তুমি জীৱনত সুখী হোৱা—মোৰ নিচিনা অৱহেলিতা, কলঙ্কিতা নাৰীৰ প্ৰতি সাময়িক আকৰ্ষণৰ জেৰ ইমানতে শেষ কৰি এজনী সুন্দৰী ধুনীয়া ছোৱালীৰে জীৱন ডিঙা মেলি এটা সুখৰ জীৱনৰ পাতনি মেলা। কেতিয়াবা আকৌ লগ পাম। মোৰ অনুৰোধ মোক আকৌ লগ পাবলৈ চেষ্টা নকৰিবা। ভাবিবা ইতিহাসৰ বুকুত চৌবিশ বছৰীয়া সোণালী কটকী এদিন অজানিত ভাবে আহিছিল। এদিন অজানিত ভাবেই হেৰাই গ'ল।

মোৰ কথা শেষ।

চকুপানীবোৰ বাগৰি আহিছে। মই আৰু নোৱাৰো। তুমি মোক এটা সুখী মনেৰে বিদায় দিয়া। বিদায়—

ইতি—

সোণালী

চিঠিখন পঢ়ি তাৰ মুখ ঘূৰিবলৈ ধৰিলে ।

নাই ই হ'ব নোৱাৰে । কেতিয়াও হ'ব নোৱাৰে । সোণালী তাৰ পৰা হেৰাই যাব নোৱাৰে । সি তাইক বিচাৰি উলিয়াবই। আজি নহয় কালি নহয়—হেজাৰ যুগৰ প্ৰতীক্ষা আৰু অনুসন্ধানৰ সূত্ৰ অনুধাৱন কৰি সি সোণালী বোলা সেই সোণালী মনটোৰে, সোণালী দেহটোৰে, সোণৰৰনীয়া সেই ছোৱালীজনীক এদিন সি বিচাৰি উলিয়াবই উলিয়াব । তাৰ লুইত এইবাৰ নীৰৱে নবয় –ই বৰ ফেনে-ফোঁটোকাৰে তুমুল গৰ্জনেৰে হিলদল ভাঙি পাহাৰ পৰ্বত কঁপাই । সেই উত্তাল প্ৰবাহত সোণালী কটকীৰ সকলো কলঙ্ক ধুই নিকা হৈ যাব। তাক সোণালীক লাগেই– মাথো সোণালীৰ ।

—ঃ সমাপ্ত ঃ—